# মূৰ্চ্ছনা

## নিৰ্বাচিত গীতৰ সংকলন

(১৯৮৩-২০০৮ চন)

নলিনীবালা হাজৰিকা




বাণী মন্দিৰ

চন্দ্ৰকান্ত হাজৰিকা পথ
নতুন বজাৰ, ডিব্ৰুগড়-১

মহেন্দ্ৰমোহন চৌধুৰী ভৱন
হেদায়েৎপুৰ, গুৱাহাটী-৩

গোপীনাথ বৰদলৈ নগৰ
তেজপুৰ-১

**MURCHANA** : *A collection of songs, composed by lyricist Nalinibala Hazarika, Santipur, Neemati Path, Jorhat, Assam and published by Sri Surjya Kanta Hazarika, Bani Mandir, Hedayetpur, Panbazar, Guwahati-781001, Assam.*
*First Edition : 2009, Price - Rs. 150.00 only*

# মূৰ্চ্ছনা

গীতিকাৰ ঃ নলিনীবালা হাজৰিকা

প্ৰথম প্ৰকাশ ঃ ২০০৯ চন

প্ৰকাশক ঃ সূৰ্য্য হাজৰিকা,
বাণী মন্দিৰ, পাণবজাৰ, গুৱাহাটী-৭৮১০০১, অসম

প্ৰচ্ছদ ঃ দেৱজ্যোতি বৰা

অক্ষৰ বিন্যাস ঃ বসন্ত কুমাৰ বড়া
মাল্টিক', নিউ বালিবাট, যোৰহাট-১

মূল্য ঃ ১৫০.০০ টকা মাত্ৰ

মুদ্ৰণ ঃ লাৱণ্য প্ৰিণ্টিং প্ৰেছ
চন্দ্ৰকান্ত হাজৰিকা পথ, তৰুণ নগৰ, গুৱাহাটী-৭৮১০০৫

# উছৰ্গা

সাম্প্ৰতিক সময়ত বিশ্বৰ এই প্ৰতিকূল বাতাবৰণৰ মাজতো যিসকল শিল্পীয়ে সংগীতৰ নিজৰাৰে জীৱন আৰু জগতক ৰসাল, জীপাল কৰি তোলাৰ প্ৰচেষ্টাত নিজকে ব্ৰতী কৰি ৰাখিছে, সেইসকলৰ কৰ কমলত মোৰ 'মূৰ্ছনা' নিবেদন কৰিলোঁ—

— নলিনীবালা হাজৰিকা

সপোনত ফুল ফুলে দিঠকত পাহি সৰে
পৰিছিল সপোনৰ ফুলতে পখিলা
দিঠকত গোলাপৰ কাঁইটীয়া আঁচোৰত
তেজেৰে ৰাঙলী হ'ল সুকোমল হিয়া।



# শুভেচ্ছা বাণী

*নলিনীবালা হাজৰিকাক মই বহু বছৰৰ আগৰে পৰা চিনি পাওঁ। তেওঁক তাতোকৈ — বেছিকৈ জানো কবি, গীতিকাৰ, গল্পকাৰ ৰূপে। তেওঁৰ কেবাখনো পুথি প্ৰকাশ পাইছে আৰু সেইবোৰ জনপ্ৰিয় হৈছে। তেওঁ ভালেমান আলেখ্য, নৃত্য-নাটিকা লিখি সফল হৈছে। আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰ আৰু দূৰদৰ্শন কেন্দ্ৰৰ তেওঁ স্বীকৃত গীতিকাৰ আৰু লেখিকা।*

*বহুগুণী নলিনীৰ গীতত সুকীয়া স্বাদ আছে। তেওঁৰ ভাষা সহজ-সৰল আৰু সংবেদনশীল। ১৯৯৩ চনত যোৰহাট জিলা সাক্ষৰতা অভিযানৰ সময়ত মই নলিনীৰ তিনিটা গীতত কণ্ঠদান কৰিছিলোঁ। ভাল লাগিছিল। সেই গীত 'অক্ষৰজ্যোতি' কেছেটত আছে। ৰাইজে বিচাৰিলেই পাব।*

*তেওঁৰ অন্তৰৰ বাৰ্তা লেখাৰ মাজেদি, গীতৰ মাজেদি জনগণৰ অন্তৰলৈ প্ৰেৰণ হওক —।*

*মই তেওঁৰ উজ্জ্বল ভৱিষ্যত কামনা কৰি আশীৰ্বাদ দিলোঁ।*

৮/২/০৮

কঁাইটীয়া কেতেকীৰ বুকুৰ মাজতহে ফুলে
বসন্তৰ সোণোৱালী ফুল
ৰক্তিম তেজধাৰে হৃদয় ৰাঙলী কৰি
চৌপাশে উৰে তাৰ প্ৰেম অলিকুল।

মই জনমিলো তোমাৰ বাবেই
তুমি বুজি পোৱা তাক
বুজিও নুবুজাৰ ভাওজোৰা কিয়
ক্ষণিক জীৱন বাট।

# ৰোমন্থন

শৈশৱৰ পৰা সঙ্গীতৰ প্ৰতি ধাউতি আছিল। মনত ধাৰণা আছিল গীত-নৃত্য-অভিনয় জগতখনেই যেন সকলো। লেখা-পঢ়া জীৱন গঢ়া কথাবোৰ আছিল গৌণ। অৱস্থাই বাধ্য কৰাৰ কাৰণেহে কৰা হৈছিল।

পুৱা চকু মেলি খোৱাৰে পৰা গীতৰ কলি এটা ওঁঠত লাগিয়েই থাকে। সেয়া ভূপেনদা, খগেন মহন্ত, বীৰেন্দ্ৰ নাথ দত্ত, জয়ন্ত হাজৰিকা, দীপালী বৰঠাকুৰ, চামচাদ বেগম, লতা, উষা, আশা মঙ্গেশকাৰ বা বোলছবিৰ অন্যান্য নেপথ্য গায়ক-গায়িকা আৰু অনাতাঁৰ শিল্পীসকল যাৰেই নহওক লাগে তেওঁলোকৰ কণ্ঠ আৰু সুৰত সুৰ মিলাই অবিকল ৰূপে কণ্ঠ নিগৰাবলৈ চেষ্টা কৰিছিলোঁ অসীম। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'শোণিত কুঁৱৰী' নাটকৰ উষাৰ চৰিত্ৰ ৰূপায়ণ কৰিব লগা হৈছিল। জগন্নাথ বৰুৱা মহাবিদ্যালয়ত শিক্ষা লাভ কৰা সময়ত ১৯৬৫ চনত শ্ৰেষ্ঠা অভিনেত্ৰী হিচাপে পৰিগণিত হোৱাৰ সৌভাগ্যও মিলিছিল। নৃত্যও কৰিছিলোঁ। নটৰাজ বন্দনা, ঝুমুৰ, অনেক ৰূপত কৃষ্ণ নৃত্য, বিশেষকৈ হাইস্কুলত পঢ়ি থকা অৱস্থাত, স্কুল আৰু আমাৰ অঞ্চলৰ অনুষ্ঠান-প্ৰতিষ্ঠানবিলাকৰ বাৰ্ষিক অধিৱেশন আৰু শঙ্কৰদেৱৰ জন্মোৎসৱ আদিত 'দশ অৱতাৰ নৃত্য' প্ৰদৰ্শন কৰিব লগা হোৱাটো অনিবাৰ্য আছিল। স্কুলীয়া অৱস্থাত শাস্ত্ৰীয় নৃত্য আৰু সঙ্গীত শিকিবলৈ আৰম্ভ কৰিছিলোঁ যদিও সৰুতে শাস্ত্ৰীয় সঙ্গীত আৰু নৃত্যই মোক আকৰ্ষণ কৰিব পৰা নাছিল কাৰণে সেয়া সম্ভৱ হৈ নুঠিল।

সৃষ্টিমূলক গীত-নৃত্য আহৰণ কৰিবলৈ প্ৰচেষ্টা চলি থাকিল। কেতিয়াবা সামাজিক আৰু কেতিয়াবা নিতান্ত ব্যক্তিগতভাৱে। মনৰ গীত ধৰা দিলে উকা কাগজত ক'লা চিয়াঁহীৰ পৰশত। তাৰেই ফল হিচাপে কেইখনিমান সঙ্গীতালেখ্য 'জয় গুৰু শঙ্কৰ' (১৯৮৪ চন), 'জ্যোতিৰ

আভা' (১৯৮৬ চন), 'বিহুৰ বিনন্দীয়া ৰূপ' (২০০৬-২০০৭ চন) আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ শিল্পীসকলে পৰিৱেশন কৰিলে। ১৯৮৭ চনত ভ্ৰাম্যমাণ থিয়েটাৰ হেঙুলতো 'মই লুইত হৈ বৈ যাওঁ' নামৰ নৃত্য-নাটিকাখনি প্ৰদৰ্শিত হৈছিল। ১৯৮৪ চনত শিৱসাগৰ সঙ্গীত বিদ্যালয়ৰ অধ্যক্ষা শ্ৰদ্ধেয়া শ্ৰীযুতা বেদৱতী বৰগোহাঁইয়ে মোৰ ৰচনা আৰু প্ৰযোজনাত 'সাধ্বী সতী জয়মতী' নৃত্য-নাটিকাখনি শাস্ত্ৰীয় ৰূপেৰে পৰিচালনা কৰি মোক ৰাইজৰ আগলৈ ওলাই আহিবলৈ আশীৰ্বাদ অনুপ্ৰেৰণা যোগালে আৰু একে সময়তে মোৰ নিজৰ ৰচনা-প্ৰযোজনা-পৰিচালনাত মঞ্চত ৰূপ পালে 'অযোধ্যাৰ বিৰহ', 'দুষ্মন্ত শকুন্তলাৰ পুনৰ মিলন' আদি নৃত্য-নাটিকা।

১৯৮৭ চনত আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰই গীতিকাৰ হিচাপে স্বীকৃতি প্ৰদান কৰিলে। এয়া যেন আছিল জীৱনৰ পৰম প্ৰাপ্তি।

উল্লেখযোগ্য যে অনাতাঁৰ কেন্দ্ৰৰ পৰা গীতিকাৰ হিচাপে স্বীকৃতি পোৱাৰ আগৰে পৰাই কেন্দ্ৰৰ যোগেদি প্ৰচাৰ হোৱা আমাৰ সঙ্গীতালেখ্য আৰু স্বীকৃতি পোৱাৰ পাছতে অকণিৰ চ'ৰাৰ 'এই মাহৰ গীতটি' বহুবাৰ প্ৰচাৰৰ সময়ত আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ প্ৰয়াত শিল্পী স্বনামধন্যা ইভা আচাও বাইদেউ, প্ৰয়াত প্ৰখ্যাত শিল্পী জ্যোতিষ ভট্টাচাৰ্য, শ্ৰদ্ধাৰ কেন্দ্ৰ সঞ্চালক অৰুণ শৰ্মাদেৱ আৰু লুৎফুৰ ৰহমান ডাণ্ডৰীয়া, জনপ্ৰিয় শিল্পী শ্ৰীযুতা অঞ্জনা বৰুৱা, শ্ৰীযুত হীৰেন গোহাঁই, শিল্পী ৰাজেন গোহাঁই, বন্ধু শিল্পী উপেন্দ্ৰ কুমাৰ ফাংচু, জয়প্ৰকাশ দাস, ভ্ৰাতৃপ্ৰতিম কণ্ঠশিল্পী সুৰেশ হাতীমূৰীয়া, বাণীবন্ধকাৰ তৰেন লেখাৰু, প্ৰয়াত বৰেণ্য শিল্পী মুনিন ভূঞা, জনপ্ৰিয় কথাশিল্পী লোহিত ডেকাকে প্ৰমুখ্য কৰি অন্যান্যসকলৰ সহযোগ চিৰদিনৰ বাবে মোৰ মনৰ মণি কোঠাত সজীৱ হৈ থাকিব। শেহতীয়াকৈ (২০০৭ চন) কণ্ঠশিল্পী মঞ্জুলিকা বৰুৱা বৰপূজাৰীয়ে প্ৰকাশ কৰা শ্ৰব্য 'ডিস্ক' 'মই ভাবিছিলো'ত মোৰ ৰচনাৰ দুটি গীতত তেখেতৰ কণ্ঠ নিগৰাই কৰুণ মধুৰ সুৰৰ ঝঙ্কাৰ তুলিছে।

গীতিকাৰ হিচাপে স্বীকৃতি পোৱাৰে পৰা মোৰ গীতত কণ্ঠদান

কৰি ডিব্ৰুগড় অনাতাঁৰ কেন্দ্ৰৰ মাধ্যমেৰে গীত পৰিবেশন কৰা সু গায়ক-গায়িকাসকল কণ্ঠশিল্পী প্ৰয়াত খগেন দত্ত, সৰ্বশ্ৰী ৰঞ্জু ভট্টাচাৰ্য, মিনু শইকীয়া বৰুৱা, ৰসানন্দ গগৈ, ৰিণু শৰ্মা, সান্ত্বনা বৰুৱা, নীলকান্ত শইকীয়া, মিণ্টুমণি শইকীয়া, মৃণাল শৰ্মা, বীণাপাণি দত্ত ভূঞা, ৰিনজু বৰুৱা, জিতু হাজৰিকা, লক্ষ্মী দত্ত, সুশীল লাহন, জিতু বৰঠাকুৰ, দীপালি দত্ত, দীপ্তি দেউৰী (দূৰদৰ্শনৰ সঙ্গীতালেখ্যৰ সংলাপ) আৰু সময়ে সময়ে মোৰ গীত পৰিবেশন কৰা গায়ক-গায়িকা সকলোৰে নাম মোৰ এই সময়ত মনত পেলাব পৰা নাই যদিও সকলোলৈকে মোৰ হিয়াভৰা ধন্যবাদ শুভেচ্ছা জ্ঞাপন কৰিলোঁ।

তাৰ মাজতে ১৯৯৫ চনত 'ভাৰত ত্যাগ আন্দোলন'ৰ পটভূমিত মোৰেই ৰচনা আৰু পৰিচালনাত নৃত্য-নাটিকা 'মুক্তি নিনাদ' ডিব্ৰুগড় দূৰদৰ্শনৰ দ্বাৰা প্ৰদৰ্শিত হ'ল — সঙ্গীত পৰিচালক আছিল ভ্ৰাতৃপ্ৰতিম ড° অনিল শইকীয়া (বৰ্তমান মৰাণ মহাবিদ্যালয়ৰ অধ্যক্ষ)। 'মুক্তি নিনাদ' ডিব্ৰুগড় দূৰদৰ্শন কেন্দ্ৰৰ যোগেদি (১৯৯৫-৯৮) স্বাধীনতা দিৱস আৰু গণতন্ত্ৰ দিৱস উপলক্ষে পাঁচবাৰ প্ৰদৰ্শন হোৱাৰ পাছত গুৱাহাটী দূৰদৰ্শনৰ মাধ্যমেৰে (PPC Programme) দুবাৰ আৰু যোৰহাট চিটি চেনেলৰ পৰাও দুবাৰ প্ৰদৰ্শিত হ'ল।

১৯৯৭ চনত ডিব্ৰুগড় দূৰদৰ্শন কেন্দ্ৰৰ মাধ্যমেৰে মোৰ ৰচনা, পৰিচালনাত 'বিহুৰ বিনন্দীয়া ৰূপ' শীৰ্ষক নৃত্য-নাটিকাও প্ৰদৰ্শিত হৈছিল।

বিভিন্ন বিষয়-বস্তুৰ ওপৰত ভালেকেইখন সঙ্গীতালেখ্য, নৃত্য-নাটিকাৰ পাণ্ডুলিপি হাতে লিখা অৱস্থাত আছে।

১৯৯২-৯৩ চনত যোৰহাট জিলা সাক্ষৰতা অভিযানৰ সময়ত জিলা উপায়ুক্ত শ্ৰীবি.ভি.পি. ৰাওৰ তত্ত্বাৱধানত সাক্ষৰতা সমিতিয়ে প্ৰকাশ কৰা গীতৰ কেছেট 'অক্ষৰ জ্যোতি'ত মোৰ ৰচনাৰ তিনিটি গীতত সঙ্গীত সম্ৰাট ভূপেন হাজৰিকাই সুৰ আৰু কণ্ঠদান কৰি ৰাইজৰ সেৱাত লগোৱাৰ লগতে আমাকো ধন্য কৰিলে।

শেহতীয়াকৈ ২০০৬ চনত গুৱাহাটীৰ এক জনসমাবেশত শিল্পী প্ৰসেনজিত লাহনে সুৰ আৰোপিত কৰা মোৰ গীতত কণ্ঠদান কৰিলে

খ্যাতনামা কণ্ঠশিল্পী জুবিন গাৰ্গে—

'জাক্ জাক্ জাক্ জাক্ জাকৈয়া ছোৱালীৰ জাক্

থাক্ থাক্ থাক্ ঐ নালাগে উধাব জকাই চুক্ গাঁৱতে থাক্'

জনপ্ৰিয় কণ্ঠশিল্পী মিনু (শইকীয়া) বৰুৱাৰ গীতেৰে সমৃদ্ধ যোৰহাটৰ বকুল বৰাৰ প্ৰযোজিত 'মৌচুমী' কেছেট, ফাডাৰ নেৰিমত্তম মেথিওৰ প্ৰযোজনা পৰিচালনাৰ 'আৰাধনা' ইত্যাদি কেছেটত মোৰ গীত বাণীবদ্ধন কৰা হৈছিল।

১৯৯৫ চনত প্ৰকাশিত মোৰ প্ৰথম গীতৰ পুথি 'সুৰ-তৰংগ'ৰ প্ৰকাশৰ দৰেই এইবাৰ 'মূৰ্চ্ছনা' প্ৰকাশৰ ক্ষেত্ৰতো খ্যাতনামা প্ৰকাশক শ্ৰীসূৰ্য হাজৰিকাদেৱে সহায়ৰ হাত আগবঢ়োৱাত হাজৰিকাদেৱৰ লগতে 'বাণী মন্দিৰ' প্ৰতিষ্ঠানৰ ওচৰত কৃতজ্ঞ হৈ ৰ'লোঁ। কোৱা বাহুল্য যে 'সুৰ-তৰংগ'ৰ কিছু নিৰ্বাচিত গীত 'মূৰ্চ্ছনা'ত সন্নিবিষ্ট কৰা হৈছে।

নিজৰ সাধ্য অনুসাৰে এতিয়াও মই সঙ্গীতৰ সাগৰখনতে সাঁতুৰি-নাদুৰি থাকিবলৈ যত্ন কৰিছোঁ। শিল্পীসকলৰ সুৰ আৰু কণ্ঠত নিজৰ প্ৰাণৰ শব্দ মূৰ্চ্ছনা অনুভূতিৰ যি অনুৰণন হয় সেয়া ভাষাৰে অবৰ্ণনীয়।

বুকুত গুপুতে এক সেউজ সোণোৱালী আশা লৈ আগবাঢ়ি যোৱাৰ হেঁপাহত মোৰ গীত সৃষ্টিত অৱদান যোগোৱা সকলো প্ৰবীণ-নবীন কণ্ঠশিল্পী, শ্ৰোতা আৰু পাঠক সুধীসকলৰ লগত একাত্ম হোৱাৰ প্ৰয়াসেৰেই 'মূৰ্চ্ছনা' মোৰ গীতৰ পুথি হিচাপে দ্বিতীয় নিবেদন।

মোৰ মনৰ আবেগ-অনুকম্পা-সুৰ-কণ্ঠশিল্পীসকলৰ দ্বাৰা উদ্ভাসিত হওক, জনগণৰ অন্তৰত ঠাই পাবলৈ মোৰ গীত সমৰ্থ হওক।

নলিনীবালা হাজৰিকা
তাৰিখ ঃ ১৪/৯/২০০৮

সাদৰী কুটীৰ
শান্তিপুৰ,নিমাতী পথ
যোৰহাট - ১

# সূচীপত্ৰ

## ◆আধুনিক গীত

## ◆আদৰণী গীত



## ◆দ্বৈত কণ্ঠৰ গীত



## ◆শৰতে শৰতে

## ◆হিয়াত যেতিয়া বসন্ত

## ◆দেশপ্ৰেমৰ গীত

## ◆বনগীত সুৰীয়া



## ◆প্ৰাৰ্থনা গীত



## ◆অকণিৰ গীত

## ◆অকণিৰ সমবেত গীত



## ◆স্মৃতি চাৰণ

## ◆সমস্বৰ গীত



## ◆লোকগীতৰ সুৰে সুৰে



## ◆দেহবিচাৰৰ গীতৰ ধ্বনিৰে

## ◆বুৰঞ্জীমূলক গীত



## ◆সাক্ষৰতা অভিযানৰ গীত

আকাশত এতিয়া হাঁহি আছে জোনে
দূবৰি বুকুত মুকুতা
জীৱন নদীৰ ভৰ দুপৰত
তুমি যেন এটি কবিতা।

কামনা বাসনাবোৰ নদী হৈ বয়
কোবাল ঢৌৰ গতি নোৱাৰি ৰুধিব
চকুলোৰে লিখা গান শোণিতৰ সুৰ
মনে প্ৰাণে নুবুজিলে কোনেনো বুজিব ??

সুৰে মোৰ আকাশ নুচুমে যদিও
তোমাৰ হৃদয় চুব
গানে ফুলনিত ফুল নুফুলালেও
হৃদয়তে ফুলি ৰ'ব

প্ৰকাশ কৰাৰ শৌৰ্য হেঁপাহ
হিয়াৰ অযুত গান
আঁকিবৰ মন মনোমোহা ছবি
ৰং তুলিকাৰ তান
অনুভবী মোৰ হিয়াৰ সুৰে
জীৱনৰ ভাব ক'ব
সুৰে মোৰ .................... চুব।

হে' মোৰ প্ৰিয় শ্ৰোতা বন্ধু শুনা
সৰগ নালাগে মোক
তোমাৰ হৃদয় তৃপ্ত শিখাৰে
জীৱন ধন্য হওক
তোমাৰ প্ৰাণৰ সঁহাৰিয়েই মোৰ
অমল পাথেয় হ'ব
সুৰে মোৰ ................. চুব।। ❑

তোৰ বুকুখন উদঙাই চা
তেজৰ ফাকু খেলি আকাশ নোবোলাবি
প্ৰশান্তিৰ গীতকে গা
তোৰ হিয়াখন উদঙাই চা ...

তেজৰ সোঁতে সোঁতে তোৰো বৈ আছে
দেশপ্ৰেম অমৃতৰ নদী
কিনো আশা কৰি কিনো পাইছ
দ' কৈ চাচোন ভাবি
হাবি-বননিয়ে কিমান দিন থাকিবি
ঘৰলৈ উভতি আহ
তেজৰ ফাকু খেলি ধৰা নোবোলাবি
প্ৰশান্তিৰ গীতকে গা ...

হিংসাৰ বিনিময়ে হিংসা সদায়
প্ৰেমৰ বিনিময়ে প্ৰেম
সকলো বুজিও নুবুজা নহ'বি
চলাহিত ভোলগৈ নিজক নঠগিবি
আইলৈ উভতি চা আইলৈ উভতি চা
প্ৰশান্তিৰ গীতকে গা ...
আমালৈ উভতি চা। ❑

বিপন্ন সময় এতিয়া, এতিয়া সময় বিপন্ন
লোহাৰ কপাট ভাঙো ভাঙো
অসহায় আমি নিৰস্ত্ৰ
বিপন্ন সময় এতিয়া, এতিয়া সময় বিপন্ন

সন্ত্ৰাস অগনিয়ে ধৰিছে ছাটি
বিদেশীয়ে দেশখন আহিছে লুটি
খলিপোতা বিদেশীক খেদাবই লাগিব
উদ্ধাৰিব লাগিব দেশৰ মাটি
বুকুত হাত দি আমি সংগ্ৰাম কৰিমেই
নহ'লেযে বিপদ আসন্ন
এতিয়া সময় বিপন্ন, এতিয়া সময় বিপন্ন

ৰক্তৰ ৰং ক'তো সলনি নহয়, সকলো তেজৰ ৰং ৰঙা
তেজপিয়া মানুহৰ ৰঙা তেজ হ'লেও
মানৱতাৰ আদৰ্শক শিৰ পাতি ল'লেও
কৰিব লাগিব আইক বিদেশী মুক্ত
মাতৃ সংকটাপন্ন
আইৰ হিয়া এতিয়া প্ৰপন্ন
এতিয়া সময় বিপন্ন
বিপন্ন সময় এতিয়া
এতিয়া সময় বিপন্ন । ❑

এইয়া আমাৰ সোণৰ পথাৰ
এইয়া ৰূপহ গাঁও
সেউজীয়া হিয়াৰ সুবাস
এই মাটিতেই পাওঁ - - - -

পাহাৰৰে উঠন বুকুত
সোণাৰুৰে পাহি
ভৈয়ামৰে কৃষ্ণ চূড়াৰ
পলাশ ৰঙীন হাঁহি

বাসন্তীৰে আকাশতে
কাঁচি জোনৰ নাও
এইয়া আমাৰ সোণৰ পথাৰ
এইয়া ৰূপহ গাঁও

কোমল জামল কঁহুৱা ফুল
নদীৰ পাৰত হালে
মিনা কৰা বালিচন্দাই
জলকুঁৱৰী খেলে
বিয়লিৰে ৰঙীন সূৰুয
নয়ন জুৰাই চাওঁ
এইয়া আমাৰ .............. গাঁও।। ❑

তোমাৰ লগত চিনাকি মোৰ নোহোৱা হ'লেই আছিল ভাল
হয়তো তেতিয়া মন চেঙেলীয়া আছিল কোনোবা বসন্ত কাল
আঁতৰৰ পৰা দেখিছিলোঁ তোমাক, তোমাৰো মনত পৰেনে?
অচিনাকিভাৱে ওচৰ চাপিলা বুজিও নুবুজা ধৰণেৰে
চকুৰ ভাষাতে হয়তো বুজিলা মই যে তোমাৰ প্ৰেমিক মাতাল
তোমাৰ লগত চিনাকি মোৰ নোহোৱা হ'লেই আছিল ভাল।

ফুল ফুটো ফুটো তোমাৰ হাঁহিত থূপ খাইছিল অযুত তৰা
যেন নিমিষতে নাইকিয়া হ'ব নীল আকাশৰ বুকুৰ পৰা
চকুৰ পাহিত হাঁহিছিল জোনে, লাজতে মৰহা দুখনি গাল
চিনাকি চিনাকি হৈও অচিনাকি কিয়নো লগালা আহি জঞ্জাল
তোমাৰ লগত চিনাকি মোৰ নোহোৱা হ'লেই আছিল ভাল
হয়তো তেতিয়া মন চেঙেলীয়া আছিল কোনোবা বসন্ত কাল। ❑

সৰু সৰু মানুহ আমি
সৰু সৰু মন
সৰু সৰু কথাত আমাৰ
খকা খুন্দাখন —

চিকুণ গাঁৱৰ চিকুণ মাটিত
আমাৰ সৰু পঁজা
ৰংমনৰ খং উঠিলে
দিব তোমাক মজা
কালৈকো নকৰে ভয়
দিব পাৰে ৰণ
অনাহকত জোকাই ল'লে
পাবা তুমি গম
সৰু সৰু মানুহ আমি ........ মন।

আকাল-ভঁৰাল নাই আমাৰ
নাই খৰিয়াল
ডাঙৰ হোৱাৰ হেঁপাহতকৈ
সৰু হোৱাই ভাল
মৰম-চেনেহ আছে আমাৰ
ভৰাই বুকুখন
সৰু সৰু মানুহ আমি
সৰু সৰু মন।। ❑

ঐ জাক্ জাক্ জাক্ জাক্
জাকৈয়া ছোৱালীৰ জাক্
থাক্ থাক্ থাক্ ঐ নালাগে উধাব
জাকৈচুক গাঁৱতে থাক
ৰঙাজান বাগৰি পুঠিমাছ উজাইছে
পীৰিতিৰ উঠিছে পাক্
জাক্ জাক্ জাক্ জাক্
জাকৈয়া ছোৱালীৰ জাক্ .........।

ঐ আহিলে, আহিলে, আহিলে
বাৰিষাৰ জীয়া ধল আহিলে
বাৰিষাৰ জীয়া ধল বাগৰি আহিলে
ৰুধিব নোৱাৰি তাক
এই বেলি বাওধান পানীয়ে মাৰিলে
গঞাই দোষে দিব কাক
আছৰে শালিয়ে পেটটো নভৰে
ক'লে দায়ে লাগে গাত

জাকৈ নাভাঙিবি খালৈ নাভাঙিবি .
জীৱনৰ সাৰথি কৰ
বছৰি বছৰি অনাটন সাবটি
ভোকত ধৰে-ফৰাই মৰ্
বৰ বৰ মানুহৰ ছলাহী কথাতে
হৰিল তইঁতৰে মাত
থাক্ থাক্ থাক্ ঐ ............. থাক্। ❑

তুমি জুয়ে পোৰা সোণ
তুমি মোৰ কলিজাৰ জোন
তোমাৰ দুটি নীলা নয়নত
জিলিকে মোৰ জীৱন দাপোণ

গোলাপ বুলীয়া ওঁঠত তোমাৰ
কোনে সানি দিলে মিঠা
চম্পাকলীয়া বুকুত তোমাৰ
কত যে গোপন কথা
জিয়া পাখি যেন আচল খনিৰ
ভাঁজে ভাঁজে গুণ গুণ
তোমাৰ দুটি নীলা নয়নত
জিলিকে মোৰ জীৱন সপোন
জীৱন সপোন

তুমি নাহিবা মোৰ কাষলে'
চুলে পমি যাবা তুমি
নিপিয়াবা মোক প্ৰণয় মদিৰা
তল বল নদীখনি
বুকুৰ মাজত থাকা সপোনত
তুমি জনমে জনমে আপোন
তোমাৰ দুটি নীলা নয়নত
জিলিকে মোৰ জীৱন দাপোণ....।। ❑

শেষ নিশা মোৰ ঘুমটি ভাগিল তোমাৰ সপোন দেখি
তোমাৰ খোপাৰ ৰজনীগন্ধা পাহিৰ পাপৰি লেখি
চুই চালোঁ মই আলফুলকৈ তোমাৰ নয়ন জুৰি
যেন শুই আছিল ভাগৰুৱা হৈ সৰগৰ তৰা দুটি
বুকুৰ মাজত একা বেঁকা হৈ মিলি যে আছিলা তুমি
শেষ নিশা মোৰ ঘুমটি ভাগিল সপোনত তোমাক চুমি।

জীৱন নাৱৰ পাল যেন লগা তোমাৰ আঁচলখনি
আলফুলকৈ সাবটিলোঁ মই চুমাৰ পৰশ সানি
সপোন ভাগিল দিঠক আহিল কাষত তুমি যে নাই
কোনোবা কালতে উটি ভাঁহি গ'লা অচিন লগৰী পাই
তোমাৰ সকলো হিয়াৰ বতৰা স্মৃতিত ৰাখিলোঁ লেখি
শেষ নিশা মোৰ .................. সপোন দেখি...। ❑

ৰিম্‌জিম্, ৰিম্‌জিম্ বৰষুণ
মেঘ পিচলি আহে কোন
পানীৰ টোপাল সৰে ঘনে
গুণ গুণা গুণ গুণ, গুণ গুণা গুণ গুণ

আহাৰৰে পথাৰৰে বোকা মাটিৰ গোন্ধ
দিঠকতে কুঁহি মেলে ৰংমনৰ সপোন
শাওণতে কাচি ৰোৱা সেউজীয়া হ'ব
সৰগৰে পাৰিজাত পথাৰত ফুলিব
ৰঙিলীয়ে পমিলীক কয় গুন্ গুন্ গুন্ গুন্
পানীৰ টোপাল সৰে ঘনে গুণ, গুণা গুণ গুণ।

ৰংমনে নাঙলটি লৈ পথাৰলৈ গ'ল
ছন পৰা পিতাইৰ মাটি পলসুৱা হ'ল
ভাদ মাহত ৰিব্‌ৰিবীয়া বা চাটি বলে
সজাল ধৰা গুছি ৰোৱা বতাহতে হালে
গেৰ মেলা শইচ গোন্ধত মতলীয়া মন
পানীৰ টোপাল সৰে ঘনে গুণ গুণা গুণ গুণ। ❑

এই জীৱনৰ শেষ প্ৰান্তত নিৰ্জনতাৰ ছবি
গোপনে গোপনে ভুমুকি মাৰিছে মন গহনত আহি

ক'ত মোৰ সেই সোণালী অতীত উখল-মাখল ভৰা
ক'ত মোৰ সেই ৰঙ-ৰামধনু যৌৱনে আমনি কৰা

ভৰ দুপৰত আগ চোতালৰ ৰূপ দিয়া পাৰ জুৰি
সময়ৰ তাপ সহিব নোৱাৰি ক'লৈনো গ'লগৈ উৰি
বাঁহীৰ করুণ বিষাদৰ সুৰ ক'ৰ পৰা যেন ভাঁহি
গোপনে গোপনে ভুমুকি মাৰিছে মন গহনত আহি

আবেগৰ ঢৌৱে ধৰিছিল আবৰি লাগিছিল ভাৱত জেঙা
ক'ত মোৰ সেই নীল সাগৰৰ নানা ফুলে ভৰা ডিঙা
ক'লৈ মোৰ ধুনীয়া উৰণীয়া মন সময়ে লৈ গ'ল কাঢ়ি
মিলনৰ গীত গাই থাকোঁতেই বয়স আহিল বাঢ়ি
বাঁহীৰ সুৰৰ করুণ ৰাগিণী মৰহা ফুলৰ পাহি
অতি সংগোপনে ভুমুকি মাৰিছে মন গহনত আহি। ❑

আইৰে আঁচলত ধৰি খোজ কাঢ়িলোঁ
আইয়ে নিচুকনি গায়
বিয়াৰে পাছতে আইক পাহৰিলোঁ
নিজৰ স্বামী গুৰুক পাই

আইয়ে খুৱাইছিলে পিঠা, সান্দহ লাডু
ভাগৰ কাতি কৰি থৈ
গাঁথিউৱাই পিন্ধাইছিল হাতে বোৱা কাপোৰ
কাঠীৰ জোখে কৰি লৈ
পিন্ধিলেও এতিয়া ৰং বিৰঙীয়া
সিখনৰ তুলনা নাই
ডাঙৰ হৈ আইক মই পাহৰি পেলালোঁ
নিজৰ স্বামী গুৰুক পাই।

যি কথা সৰুতে তুমি শিকাইছিলা
তাকেহে পালিছোঁ আই
তুমি বুজাই দিয়া 'পতি পৰম গুৰু'
তেওঁৰ মান ধৰণীত নাই

ভুল নুবুজিবা আই মোৰ মৰমী
তোমাৰ মান চেনেহী নাই
বুকুৰ বৰে পেৰাত তোমাৰ প্ৰতিচ্ছবি
যতনে থ'মে লুকাই
যতনে আছে লুকাই
যতনে থ'মে লুকাই।। ❑

অৰুণ কিৰণ পৰি
অসমীৰ আঁচলখনি
নাম ল'লে অৰুণাচল
অ' সাজি-কাচি ঠেও ধৰি
ওলাই আহিছে আজি
দুচকুত বোলাই কাজল
অ - ৰু - ণা - চ - ল

ভাৰতীৰ শিতানৰে
পূবালী কুঁৱৰীজনী
লাজুকীয়া সেউজীয়া
ওৰণি তলতে
দেহাৰ সুষমাৰাজি
প্ৰকৃতিৰে প্ৰকাশিলে
বাৰে-ৰহণীয়া মোৰ অসমী বুকুতে
পাহাৰৰ উঠা-নমা
চেনেহৰে হিমসনা
ৰঙেৰে বোলাই ওঁঠ কইনা সৰল অ'
অ - ৰু - ণা - চ - ল।

'মপিন'ৰ মাদকতা
জন হৃদয়ৰে গাঁথা
গাভৰুৰ ভৰা হিয়া কৰে টল্ বল্
ক'ত পাবা এনে ৰূপ সজল শ্যামল
অ - ৰু- ণা - চ - ল।। ❑

('মপিন' — অৰুণাচলবাসীয়ে উদ্‌যাপন কৰা বসন্ত উৎসৱৰ নাম)

অ' তুমি ধুনীয়া কোন ৰূপেৰে
মই বুজাব নোৱাৰোঁ তাক ভাষাৰে

ফাগুন যেতিয়া নামি আহে আকাশেৰে,
তুমি আঁকি লোৱা তোমাৰ দেহাত
ৰিব্ ৰিব্ মলয়াত দোলা
শুকান, শুকান সৰাপাত আৰু
ধৰা দিয়া শিল্পীৰ (শিল্পীৰ) ৰং তুলিকাত
আ-শা-ৰে, আ-শা-ৰে, আ-শা-ৰে
নতুন ঋতুৰ কামনাৰে ... তুমি ধুনীয়া কোন ৰূপেৰে

ব'হাগ যেতিয়া আহে নূপুৰৰ ছন্দৰে
মাজ নিশা ভাঁহি আহে কেতেকীৰ মাত
প্ৰেমিক হিয়াৰ পৰা
সৰি পৰা এটি হুমুনিয়াহ
তুমি আলফুলে আঁতৰাই শ্যামলী পৰশ ঢালি
বিৰহী পৰাণ কৰা শাঁত
আ-শা-ৰে, আ-শা-ৰে, আ-শা-ৰে
নতুন ঋতুৰ কামনাৰে ..... তুমি ধুনীয়া কোন ৰূপেৰে

শৰত যেতিয়া আহে কঁহুৱাৰ কোমলেৰে
উন্‌মনা (উন্মনা) ডাৱৰৰ লুকা ভাকু জোনৰ বুকুত
শেৱালি আমোলমোল
দুবৰি মুকুতা বোল
ৰ লাগে মোৰ মন আকাশী তৰাত
আ-শা-ৰে, আ-শা-ৰে, আ-শা-ৰে
নতুন ঋতুৰ কামনাৰে ..... তুমি ধুনীয়া কোন ৰূপেৰে ❑

মৰমৰ পাৰাপাৰ নাই
চেনেহৰ পাৰাপাৰ নাই
পাৰ ভঙা মৰমত সাঁতুৰি-নাদুৰি মোৰ
হিয়া পানচৈখনি কাষ চাপি যায়
মৰমৰ পাৰাপাৰ নাই।

শাৰদীয় জোনাকত
মৌ সৰা সপোনত
গুপুত বতৰা সিটি দিলা যে বিলাই
মৰমৰ পাৰাপাৰ নাই।

মলয়াৰ বোকোচাত
উটি অহা কিৰণক
পৰশ মাধুৰী ঢালি
তুলিলা সজাই
মৰমৰ পাৰাপাৰ নাই
চেনেহৰ পাৰাপাৰ নাই।। ❑

উদাসী বতাহ জাকে এই আবেলিতে
কিয়নো আমনি কৰে আহি বাৰে বাৰে
সেউজীয়া দুপৰৰ গীত গাই গাই
তোমাৰেই সুৰে ভৰা স্মৃতিক জগাই
তোমাৰেই .........

এতিয়াতো, ........
এতিয়াতো তুমি মোৰ কাষৰত নাই
জানো তুমি এতিয়াও আছা ভাল পাই?
জানো তুমি এতিয়াও আছা বাট চাই ...?
মোৰ বাবে? - মোৰ বাবে ??
এতিয়াও মোৰ বাবে, আছে জানো ঠাই?
আছে জানো ঠাই?

এতিয়াতো গ'লো মই পথত হেৰাই
অনামী অলীক পথে মন ডিঙা বাই
তোমাৰেই মাধুৰিমা বুকুত লুকাই
অনামী অলীক পথে যাওঁ আগুৱাই...
যাওঁ আগুৱাই ......
যাওঁ আ-গু-ৱা-ই .....।। ❑

নিগনি মেকুৰীৰ খেল,
কোন হ'ব নিগনি, কোন হ'ব মেকুৰী
মানুহৰ বহিছে মেল।

বৰা ডাওৰীয়াই ক'লে টেটু ফালি
'মই মেকুৰীহে হ'ম
শইচৰ ভঁৰালত খলি পোটা নিগনিক
চোপ মাৰি খাবলৈ ল'ম'
চুচুক চামাক কৰি কলিতাই মাত দিলে
'নিগনিকে হ'ম বাৰু মই
কঁঠালগুটীয়া হে কাণৰ ফোঁপে সৰকিম
ধৰিবকে নোৱাৰিবি তই
চৰকাৰী গুদামত খোৱা বস্তু দ'ম দ'ম
খাই খাই লাগিব তেল
কোন হ'ব মেকুৰী কোন হ'ব নিগনি
মানুহৰ বহিছে মেল।

বৰবোন্দা মাখোন্দাই ক'লে চকু পোন্দোৱাই
'কেনেকৈ সাৰিবি তই
ফটা কাপোৰ কুটাদি দেশখন কুটিছ
এইবেলি নেৰিছো মই'
চিকা ডালশলীয়াই নিৰবে আছিল চাই
এইবেলি লৰালে গা
দ'ম দ'ম খোৱা বস্তু কি খাব খা ঐ
পো, নাতি সকলোটি আহ
নিগনি মেকুৰীৰ লাগিল খেদাখেদি 'সাৰিল সাৰিল, গ'ল গ'ল'
কোন হ'ব নিগনি, কোন হ'ব মেকুৰী, মানুহৰ বহিছে মেল....। ❑

এই যৌৱন উতলা
কিয়নো নোকোৱা
ভালপাওঁ বুলি কোৱা, কোৱা, কোৱা, কোৱা
অ' অভিমানী প্ৰিয়া
দিয়া দিয়া দিয়া দিয়া
দেহ মন উজাৰি দিয়া

আকাশ এতিয়া উদাস নহয়, নহয়, নহয়
বতাহ এতিয়া নিৰাশ নহয় নহয় নহয়
হৃদয়ত আমাৰ প্ৰেমৰ প্ৰতিচ্ছবি চোৱাঁ চোৱাঁ চোৱাঁ
চৌদিশে চোৱাঁ
অ' অভিমানী প্ৰিয়া
অভিমান এৰি দিয়া
দিয়া দিয়া দিয়া
যৌৱন উজাৰি দিয়া আ, আ, আ

দিয়া বাকি দিয়া
প্ৰেমৰ মদিৰা দিয়া
যৌৱন উৰণীয়া
এই ধৰা মায়া ধৰা
এই মায়া ধৰা
এই যৌৱন উতলা
কিয়নো নক'লা? .... কিয়নো নোকোৱা? ❑

পুৱা স্নান কৰি গোসাঁই ঘৰ সোমাওঁতেই
নামঘৰত ডবাৰ মাত শুনিলোঁ
কৰযোৰে কৃষ্ণৰ চৰণত ধৰি
আত্ম-নিবেদন কৰিলোঁ

পুৱতি নিশা মই সাৰ পাই শুনিলোঁ
ভক্তি আজানৰ সুৰ
কোনে যেন আহি আল্লাৰ বাণী
কাণে কাণে কয় মোৰ
ধ্বনিত হৃদয়ৰ গহন বনত
'বুদ্ধং শৰণং গচ্ছামি'
একেই মানুহ একেই জীৱন, একেই তেজৰ আমি
হৃদয়ত মই বুদ্ধৰ মুৰুতি
আথে-বেথে কৰি থাপিলোঁ
কৰযোৰে কৃষ্ণৰ চৰণত ধৰি ...... কৰিলোঁ

প্ৰণামিলোঁ মই 'গুৰু গ্ৰন্থ চাহেব'
গুৰু নানকক মানি
গীৰ্জাৰ ঘণ্টাধ্বনি শুনিলোঁ দূৰৈত
তাতো প্ৰণামিলোঁ আমি
যত ধৰ্ম-কৰ্ম সকলো ঈশ্বৰৰ
তেওঁতে সকলো সমৰ্পিলোঁ
কৰযোৰে তেওঁৰ চৰণত ধৰি ............ কৰিলোঁ। ❑

নয়নমণিত আঁকা আছে মোৰ
তোমাৰ অযুত ছবি
শয়নে সপোনে জীৱনে মৰণে
যেন আকাশৰ ৰবি

নোৱাৰোঁ মুদিব তন্দ্ৰালু নয়ন
তোমাৰ ছবিয়ে খেলে
তোমাৰে ভাবনাই হিয়া খনি দহে
প্ৰেম শতদল ফুলে
"তোমাৰ গীতেৰে প্ৰাণ ওপচালোঁ
তোমাৰ সুৰতে মজি
নয়নমণিত আঁকা আছে মোৰ
তোমাৰ অযুত ছবি ....

স্মৃতি বলুকাৰ গোপন ৰন্ধ্ৰেৰে
মই জুমি জুমি চাওঁ
হেৰোৱা ক্ষণৰ সুবাস কণিকা
কিজানি বিচাৰি পাওঁ
মাটিৰ মায়াকে বুকুত সাবটি
আঁকিলো তোমাৰ ছবি
শয়নে সপোনে ................. ৰবি।। ❑

ভাল পাওঁ মই প্ৰতিটি ফুলক
প্ৰকৃতি কোলাত ফুলা
ভাল পাওঁ মই প্ৰতিটি পাতক
জুৰ মলয়াত দোলা

ভাল পাওঁ মই প্ৰতিটি পখীক
ডেউকা কঁপাই উৰা
ভাল পাওঁ মই মন ৰিঙা কৰা
উৰিলে কমোৱা তুলা
গানে গানে মোৰ সুৰে সুৰে তুমি
অমিয়া লহৰ তোলা
ভাল পাওঁ মই প্ৰতিটি পাতক
জুৰ মলয়াত দোলা

সবাতেই তুমি বিৰজা সৰ্বদা
তোমাৰে নিবিড় ছায়া
ভাল পাওঁ মই সৰগী পৰীৰ
নুবুজা যাদুৰ মায়া
অতি হে সুন্দৰ অপ্সৰা মোৰ
তোমাৰে কৰুণা ভৰা
ভাল পাওঁ মই প্ৰতিটি পাত
জুৰ মলয়াত দোলা।। ❑

বান বান বান বান বান
নদীত বাঢ়িছে পানী বান
ফেনে ফোটোকাৰে ওফন্দি আহিছে
আমাৰ মাৰি নিছে ধান

অ' বান বান বান বান বান
বাৰিষাৰ জীয়াধল বান
কালৰূপ ধৰি কিয়নো আহিছ
কথালৈ কৰ্ চোন কাণ।

টোমত ভৰাই ভৰাই কঠীয়া গজালোঁ
মাণিকী মধুৰী বাছি
মাটি চহাই-মৈয়াই পথাৰ বোকা দিলোঁ
কপালৰ কেঁচা ঘাম মচি
সজাল ধৰা ৰোৱা কিয়নো মৰিছ
কথালৈ কৰ্ চোন কাণ
তইয়ে মাৰি নিলি ভোকৰ ভাতমুঠি
আমিনো কিটো খাম?
গৰু-ম'হ মৰিব, ঘৰ-বাৰী ভাগিব
পথাৰখন পৰিব ছন
ফেনে-ফোটোকাৰে ওফন্দি আহিছ
আমাৰ মাৰি নিব ধান

আমি যে দুখীয়া, খেতি কৰি খোৱা
কোনেও নুবুজে কথা
বৰ বৰ মানুহে কেনেকৈ বুজিব
নিজৰ নুগুছে লেঠা
তয়ো যদি নুবুজ কথালৈ কাণ নকৰ
সমিধান ক'তেনো পাম
জীৱনে মৰণে লুইতেই লগৰী
তোৰে লগত উটি যাম।
অ' বান বান বান বান বান.....। ❑

তুমি চাওঁনে নাচাওঁ কৈ
তুমি কওঁনে নকওঁ কৈ
কি ক'ব খোজা
কি পাব খোজা
বুজিও নুবুজোঁ মই

নোৱাৰোঁ বুজিব আলসুৱা মন
কাকেনো বিচাৰি হয় উচাটন
মৰমৰ সঁহাৰিৰে দুটি নয়নেৰে
কিনো কোৱা তুমি
বুজিও নুবুজোঁ মই
তুমি চাওঁনে নাচাওঁ কৈ

আকাশত জোনায়ে যি দৰে লুকাই
ৰজনীগন্ধাৰ সুবাস বিলাই
জোনাকৰ আঁৰে আঁৰে
মনে মনে কিনো চোৱা তুমি
বুজিও নুবুজো মই
তুমি কওঁনে নকওঁ কৈ

বুজা নুবুজাৰ পাতিছোঁ মিতালি
চন্‌চলা (চঞ্চলা) হিয়া পুৱাৰ ৰ'দালি
মৰমৰ ই মায়াৰে
পৰশতে কিনো পোৱা তুমি
বুজিও নুবুজোঁ মই ........।। ❑

অ'..... অ'..... অ'.....
আ..... আ..... আ.....
মোৰ স্বপ্ন বিভোৰা
উজাগৰী নিশা দুবৰিৰ বুকুৰেদি বৈ যায়, বৈ যায়
মিনা কৰা আশা .....
মুকুতাৰে বন কৰা, মুকুতাৰে মিনা কৰা
স্বপ্ন বিদিশা .....
মো..... ৰ.....

সৌ দূৰণিৰ মেঘৰ মল্লিকা
ফুলহৈ ফুলি উঠে মোৰ হৃদয়ত
দূৰ অতীতৰ মধু চন্দ্ৰিকা
জোন হৈ জ্বলি উঠে মোৰ মানসত
প্ৰাণত প্ৰতীতি জাগে প্ৰতি ক্ষণে ক্ষণে
তথাপি কিয়নো ভাঁহি আশা-নিৰাশা
অ'..... অ'..... অ'.....
আ'..... আ'..... আ'.....

বাসন্তীৰ বতাহ জাকে আহি উৰুৱাই
হিয়াৰ আঁচল খনি থ'লে লুকুৱাই
প্ৰকৃতিৰ বুকুতে মই নিজকে বিলালোঁ
মদাৰৰ ৰঙা ৰঙে হিয়া বোলোৱা
অ'..... অ'..... অ'.....
মোৰ স্বপ্ন বিভোৰা ........।। ❑

সীমাৰ পৰা অসীমলৈ বুলি
মেলি দিলোঁ মোৰ মন
অসীমৰ নীলা কঢ়িয়াই আনি
ভগাই দিবৰ মন .....

ৰচোঁ গীত মই দূৰ অতীতৰ
ৰহণ চৰাওঁ ভৱিষ্যতৰ
বৰ্তমানৰ সুৰভি বিচাৰি
তাতে দিওঁ লয় তান
জগাই তোলোঁ শ্যামলী মাতৃক
গাই জনতাৰ গান .....
কোমল আকাশী নীলাৰ সপোন
ভগাই দিয়াৰ ধ্যান .....।

মোৰ পৰাণৰ কোমল পাপৰি
সদ্য সজীৱিত নপৰে ভাগৰি
সেউজী হিয়াত আঁকা আছে যত
মায়াৰ অময়া তান .....
কোমল আকাশী নীলাৰ নিজৰা
ভগাই দিয়াৰ ধ্যান.....।। ❑

মোৰো মন যায়
দুখনি ডেউকা লৈ
যেন মই উৰি যাম
দিগন্তৰ পাৰ ভাঙি
গীত গাই গাই যেন গীত গাই গাই।

কিযে মন যায় মোৰ
কিযে মন যায়
উটি ভাঁহি যাম যেন
টুলুঙা নাৱত উঠি
ৰঙা নীলা ছবি আঁকি অসীম ধিয়াই
নীলিম সলিল ৰাশিৰ ৰূপ শোভা চাই..

আৰু মন যায় মোৰ
আৰু মন যায়
গুজৰি গুমৰি মোৰ
প্ৰাণক আমনি দিয়া
বুকুৰ কবিতাবোৰে এখনি পোহাৰ মেলি
বসুধা বুকত যেন হাঁহি বিৰিঙাম
এটি নিজৰা বোৱায়।। ❑

উন্মনা মন উন্মনা মন উন্মনা
জীৱন পথৰ অলেখ স্মৃতিয়ে
কঢ়িয়াই সাধু কতনা
অশ্ৰুসিক্ত নয়নত মোৰ
আঁকা আছে বহু বেদনা.....
উন্মনা মন উন্মনা .....

নকৰো প্ৰয়াস সজাবৰ বাবে
মণি-মুকুতাৰে জীৱন ৰথ
পদ পৰশেৰে দেশৰ জনতাৰ সাধু সজ্জনৰ দেশ-জনতাৰ
মোৰ জীৱনৰ পবিত্ৰ ৰথ
নোবাৰোঁ বুজাব জীৱনৰ ভাষা
গীত কবিতাৰ বন্দনা
অশ্ৰুসিক্ত নয়নত মোৰ
আঁকা আছে বহু বেদনা ..... উন্মনা

সেয়ে আজি এই অলস গধূলি
নীৰৱ নিতাল দূবৰি পদূলি
জীৱন মৰুৰ শেষ প্ৰান্তত
নকৰোঁ একোকে কামনা
অশ্ৰু সিক্ত নয়নত মোৰ
আঁকা আছে বহু বেদনা
উন্মনা মন মন .....।। ❑

মই ভাবিছিলোঁ মোৰ জীৱনলে'
দুখ নাহে কোনো দিন
মই ভাবিছিলোঁ মোৰ জীৱনৰ
আশাবোৰ সীমাহীন

পশ্চিম আকাশ ডাৱৰে ভৰিল
জীৱন ডিঙা মোৰ থিতাতে বুৰিল
পচোৱা বতাহে নিলে উৰুৱাই
জীৱন ডিঙাৰে পাল
আশাৰ সুৰৰ পানচৈ খনি
নিৰাশাত হ'ল লীন
মই ভাবিছিলোঁ মোৰ জীৱনলে'
দুখ নাহে কোনো দিন.....।

মই সাজিছিলোঁ এটি বালিঘৰ
প্ৰাণৰ পৰশ ঢালি
কাল ধুমুহাই উৰুৱাই নিলে
চিনিব নোৱৰা কৰি..
জীৱন সন্ধিয়া অকলে নিৰলে
বজাই স্মৃতিৰ বীণ
কাল সন্ধিয়াৰ ক্ষণহে গণিছোঁ
সুঁৱৰি মায়াৰে চিন
মই ভাবিছিলোঁ....।। ❑

দেখিলোঁ অৰুণ দোকমোকালিতে
পূৰ্ণ স্ফীত বক্ষৰে
আন্ধাৰ নেওচি পোহৰ আহিল
চিৰজ্যোতিষ্মান ৰূপেৰে

মনৰ আকাশ নীলাৰে বোলাই
সোণ সূৰুযেৰে তিলক সজাই
গীত গাঁও আমি সুৰীয়া পখীৰ
বিনোদ কণ্ঠ কাকলিৰে
আন্ধাৰ নেওচি ......... ৰূপেৰে

আকাশ তোমাৰ উদাৰতাৰে
জীৱন সজাই লওঁ
আকাশৰ দৰে বসুধা বুকতে
অমল অৰুণ হওঁ
মানৱতা হওক পাথেয় আমাৰ
নিৰৱচ্ছিন্ন গতিৰে
আন্ধাৰ নেওচি ......... ৰূপেৰে।। ❑

ধ...ৰ...ণী, ধ...ৰ...ণী, ধ...ৰ...ণী
ধৰণী ধুনীয়া মোৰ মন
জাক পখী উৰি গ'ল
        ফুল পাহি ফুলি ৰ'ল
                পুৱাৰ নিয়ৰ লাগি
                        সেউজী উতলা হ'ল
ধ...ৰ...ণী, ধ...ৰ...ণী .............
ধৰণী ধুনীয়া মোৰ মন ............

কোন দূৰ দিগন্তৰ
        জ্যোতি ভৰা আলোকত
                বা' লাগি পচোৱাৰ
                        সুৰৰ মূৰ্চ্ছনা হ'ল
ধৰণী ধৰণী ধুনীয়া মোৰ মন

জেতুকা বুলীয়া মন
        কিয় জানো উচাটন
                সপোন কাজল আঁকা
                        আবেগেৰে দুনয়ন
নিজৰাৰে কঁপে বুকু ঘনে ঘন
                ধৰণী, ধৰণী, ধৰণী, ধুনীয়া মোৰ মন।। □

অন্তৰতে থাকক ভালপোৱা মোৰ
নালাগে প্ৰকাশ হ'ব
তোমাৰ প্ৰেমৰ গোপন নিজৰা
অন্তৰতে জৰি ৰ'ব.....

কিয়নো লাগিছে মুখৰ কথাটি
নক'লেও চোন বুজোঁ
তুমিওতো বুজা মোৰেই হৃদয়
সিটি কথাও মই বুজোঁ
গুণ গুণ গীতি নিৰলাৰ স্মৃতি
জীৱনৰ সাধু ক'ব
আমাৰ মনৰ হৃদয় ফল্‌গুৰে
হৃদয়তে বৈ ৰ'ব
তোমাৰ প্ৰেমৰ গোপন নিজৰা
অন্তৰতে জৰি ৰ'ব

নালাগে নালাগে প্ৰেমৰ প্ৰকাশ
মুখৰে কথাৰে আজি
নক'লেও বুজা প্ৰাণৰ কথাটি
হৃদয় কবিতা ৰাজি
ফুলৰ চাকিৰে মৌ পিয়া মন
হৃদয় উজাৰি ৰ'ব
তোমাৰ প্ৰেমৰ গোপন মদিৰা
অন্তৰতে জৰি ৰ'ব্।। ❑

আকৌ বাঢ়িছে নেকি নদীত পানী?
সোঁ-সোঁকৈ চোন বতাহ বলিছে
বুকুখন মোৰ ঘনকৈ কঁপিছে
যোৱাবাৰ বানতে ঘৰ-বাৰী উটি গ'ল
এইবাৰো যদি বানপানী আহে
ল'ৰা-ছোৱালী কেইটাও হ'ব আথানি
আকৌ বাঢ়িছে নেকি নদীত পানী?

হাড়ক মাটি কৰি তেজক পানী কৰি
ঘৰ খনি আমি গঢ়িছিলোঁ
নদী কাষৰীয়া সুখ নাইকিয়া
সেই কথাও নুবুজি বুজিছিলোঁ
তথাপি নামানে মনে
'নদীয়েই জীৱন, জীৱনেই নদী' সেই কথা সাৰোগত কৰি
কোনেনো নিব, ক'লৈনো যাম
নদীখন এৰি আমি আঁতৰি

ধুম্ধুম্কৈ ধুমুহা আহিছে
কালৰূপ ধৰি বিজুলী নাচিছে
ক'ৰ পৰা যেন ক'লা মেঘ আহি
আকাশ ধৰিছে ছানি
আকৌ বাঢ়িছে নেকি নদীত পানী!
আকৌ বাঢ়িছে নেকি নদীত পানী!!
আকৌ বাঢ়িছে নেকি নদীত পানী!! ❑

অ কন্যা.........
কোনে বাৰু গুঁজি দিলে খোপাতে তোমাৰ
আধা ফুলা মালা ধাৰি ৰঙা গোলাপৰ
আঁকি দিলে চকুত কাজল জেতুকা হাতত
হোম জুইৰে জিলিকনি হিয়াৰে মাজত
অ' কন্যা ... মনৰে মাজত ....

মনটি তোমাৰ উগুল-থুগুল কিয় বাৰু আজি
আয়তীৰে উৰুলিৰে অযুত সপোন সাজি
বিয়া নামৰ জাতে জাতে চেনেহৰে পাক
এৰি যাবা কেনেকৈনো মা দেউতাক
অ' মা - দেউতাক ...
অ' কন্যা ... মা-দেউতাক

গোন্ধ তেলৰ মৃদু সুবাস, মাহ হালধিৰ ৰং
নতুন ঘৰৰ নতুন আবেশ, সৰু সংসাৰখন
উগুল-থুগুল মন তোমাৰ উন্মনা আজি
হোমৰে গুৰিতে তুমি আছা কন্যা সাজি
অ' কন্যা তোমাৰ বিয়া আজি
কন্যা তোমাৰ বিয়া আজি ....।। ❑

খেয়ালী মনৰ আকাশখনি মোৰ
চুই যায় কলীয়া মেঘে
অবুজ মনৰ হিয়াখনে মোৰ
মিলনৰ ক্ষণ লেখে ....

খেয়ালী মনৰ আকাশ খনি মোৰ
বিজুলী বাণত কঁপে
যদি আহে মোৰ সপোনৰ সখীয়া
দিঠকত দেখা দিবলে'
কেনেকৈ বুজাম হিয়াৰ বেদনা
গুপুতে গুপুতে ভাবে....

খেয়ালী মনৰ আকাশখনিত
শুকুলা মেঘৰ ঢৌ
প্ৰাণৰ সখীয়াৰ সঁহাৰি শুনিছোঁ
হিয়াত বৰষিছে মৌ
বাৰে বাৰে মোৰ বৰণ সলোৱা
মৰমী খেয়ালী মনে
কাকেনো বিচাৰি খাই হাবাথুৰি
কাকে ভাবে ঘনে ঘনে.......।। ❑

নীলাত আকাশ আকাশত নীলা
তোমাৰ চকুৰ লেখাৰে বাৰু মোক
কিহৰ খবৰ দিলা.....?

বতাহত আছে গীতৰ সুহুৰি
ৰাতিৰ তৰালি বেলা
জীৱন জোনাক পাৰ ভাঙি যায়
তোমাৰ খোপাত ফুলৰ মালা
ফুলে ফুলে কিয় ভোমোৰা উৰিছে
সেই কথা তুমি নক'লা
তোমাৰ চকুৰ নীলাৰে বাৰু মোক
কিহৰ খবৰ দিলা?

উকা কাকতত শব্দ ৰহণ
তুলিকাত আজি ৰঙৰ খেলা
জীৱন-যৌৱন একাকাৰ আজি
এই মনোময় আবেগী বেলা
সপোন সপোন, দিঠক সপোন
সপোন দিঠক ৰঙৰ মেলা
তোমাৰ চকুৰ লেখাৰে বাৰু মোক
কিহৰ খবৰ দিলা......? ❑

তুমি মোৰ কল্পনাৰে এপাহি ৰজনীগন্ধা
সুবাসেৰে সিঁচি দিলা জীৱনৰ বালিচন্দা

তুমি মোৰ বাঁহীটিৰ এটি মিঠা মিহি সুৰ
ৰুণু-জুনু নূপুৰৰে মুখৰিত মধুপুৰ ....
তুমি মোৰ পৰাণৰ আকাশী অলকানন্দা
সুবাসেৰে সিঁচি দিলা জীৱনৰ বালিচন্দা।

তুমি মোৰ হৃদয়ৰ চিনাকি আকাশী তৰা
দিওঁনে নিদিওঁ কৰি কিয়নো নিদিয়া ধৰা
ক্ষণে ক্ষণে অনন্তক্ষণে মন হয় উন্মনা
সুবাসেৰে সিঁচি দিয়া জীৱনৰ বালিচন্দা।। ❑

খোলা খিৰিকীৰে চাই পঠিয়ালোঁ দূৰৈতহে এতিয়া আকাশ নীলা
বন্ধ কোঠাত মই যে আবদ্ধ যেন পাহাৰৰ নিৰ্জীৱ শিলা

সময় আছিল, সময় আছে তথাপি সকলো সলনি হ'ল
জীৱনৰ এতিয়া জঁকাটোহে আছে, ফুল পাহি ফুলি মৰহি গ'ল,
সাগৰত ঢৌ উঠিছে নামিছে বসন্তত আহিছে বৰদৈচিলা
খোলা খিৰিকীৰে চাই পঠিয়ালোঁ দূৰৈতহে আকাশ নীলা
বন্ধ কোঠাত ................................ শিলা

হিয়াখনি মোৰ বাখৰে বন্ধালোঁ, বাখৰ বোলোতেই পাথৰ হ'ল
চোকা ৰ'দ পৰি জিল্‌মিলনিত চকুৰ চাৱনি কেনিবা গ'ল
থৌকি-বাথৌ আলসুৱা মন, বাস্তৱ তুমি জ্বলাই দিলা
খোলা খিৰিকীৰে চাই পঠিয়ালোঁ দূৰৈতহে এতিয়া আকাশ নীলা
বন্ধ কোঠাত ....................... নিৰ্জীৱ শিলা। ❑

মোৰ জীৱনৰ বোৱঁতী সোঁতত
উটি যোৱা, যোৱা উটি
এটি ৰঙা কৰবীৰ পাহি
তাৰে বুকুত ভাঁহে অলেখ সপোন
আৰু বহু মিঠা হাঁহি
ৰঙা কৰবীৰ পাহি
হিয়াৰ ৰঙেৰে ৰামধেনু আঁকি .
ৰঙ ছটিয়ালে মুঠি মুঠি কৰি
পুৱাৰ সূৰুযে আহি
ৰঙা কৰবীৰ পাহি

ফুলৰ পাপৰি, মৰহি নাযাবি
গোপনে গোপনে সুৰভি বিলাবি
উটি যাবি তই, বৈ যাবি তই
বজাই যাবি নিৰলে নীৰৱে
মোৰ পৰাণৰ বাঁহী
ৰঙা কৰবীৰ পাহি...।। ❑

তোমালৈ আনিছোঁ মই সৰগৰে থুপি ফুল
যাৰ বাবে তুমি আজি অজানিতে বিয়াকুল
তুমি যে অভিমানী নাযাবানা আ-আঁতৰি
নিসা ৰেসা নিধা পামা গামা পাপা ৰেৰে সাসা
তোমালৈ আনিছোঁ মই ..........................

তুমি মোৰ শ্যামলীমা তুমিয়েই অনুপমা
তোমাৰে আমাৰে আজি একেটি হৃদয়ে গথাঁ
আজি বসন্ত মেলা .... তোমাৰো দুচকু নীলা
তুমি মোৰ এআকাশ ৰূপালী জোনাক ভৰা
তোমালৈ আনিছোঁ মই .......................।। ❑

সপোনৰ ফুল বুটলি বুটলি
ভৰালোঁ কৰণি মোৰ
সপোন শেষত পোহৰ দেশত
নাপালোঁ সঁহাৰি তোৰ

উৰি গ'লি তই, দূৰ দেশলৈ
কিনো ভাবনাৰে বাৰু
বুজা নুবুজাৰ ৰাগ-অনুৰাগ
এতিয়া কেনেকৈ পাহৰোঁ?
স্মৃতিৰ পটত উটি ভাঁহি ৰ'ল
অতীত স্বপ্নবোৰ
সপোন শেষত পোহৰ দেশত
নাপালোঁ সঁহাৰি তোৰ

'মোৰ বাবে তই, তোৰ বাবে মই'
সকলো পাহৰি গলি
জীৱন নিষ্ঠুৰ কালত সঁহাৰি
কিয় আঁকোৱালি ল'লি
বহু জনমৰ বহু মৰণৰ
পথৰ লগৰী মোৰ
সপোন ...................... তোৰ।। ❑

মৰম ওপচাই দিয়াঁ
চেনেহ ওপচাই দিয়াঁ
প্ৰীতিৰ চুম্বন যাচি
সন্ধিয়াই ক'লে আহি
জোনবাই, অকণি পোহৰ মোক দিয়াঁ
মৰম ওপচাই দিয়াঁ
চেনেহ ওপচাই দিয়াঁ

ৰাঙলী বেলিৰ আভা
শেষ হোৱা নাই
দূৰণিৰ পখীটিয়ে
আছে জুমি চাই
খন্তেক তুমি মাথোঁ খন্তেক ৰোৱাঁ
মৰম ওপচাই দিয়াঁ - চেনেহ .......

আন্ধাৰ দলিছা পাৰি
তৰাফুল বাচি বাচি
সন্ধিয়াও পলকতে
হ'ল নিশাজনী
লাজৰ ওৰণি টানি
কাষ চাপি আহি মোৰ
আঁকি দিলে হিয়াৰ বতৰা
মৰম ওপচাই দিয়াঁ
চেনেহ ওপচাই দিয়াঁ।। ❑

(সন্ত্ৰাসৰ বলি হোৱা ডেকাইঁতক উদ্দেশ্য কৰি)

কথা- "মোৰ সোণ ঐ ক'লৈ গলি
ঘৰলৈ উভতি আহ ঐ .....
অ' সোণ ক'লৈ গলি??"

গধূলি বেলিকা আইয়ে ৰিঙিয়াইছে
মোৰ সোণ ক'লৈ গ'ল বুলি
আকাশে বতাহে ধ্বনি প্ৰতিধ্বনি
ইপাৰত কঁপনি তুলি

বহু দিন ধৰি সুদা হৈ আছে
তোৰ পঢ়া টেবুলখন
যেনি তেনি আছে তোৰে পিন্ধা কাপোৰ
কেনেকৈ মানি মই লওঁ?
গুছি আহ সোণাই তই ঘৰলৈ গুছি আহ
ঘৰখন ধৰহি তুলি
গধূলি বেলিকা ............. কঁপনি তুলি

দেউতাৰ হৰিলে মুখৰ মাত বোপাই ঐ
পেটলৈ যোৱা নাই একো
ক'তেনো আছগৈ দিহিঙে-দিপাঙে
নেদেখি কেনেকৈ থাকোঁ
কোনে চলাই ভুলাই লৈ গ'ল তইঁতক
পাছলৈ নাচালি ভাবি
গধূলি বেলিকা .............. কঁপনি তুলি
সোণ ঐ ক'লৈ গলি উভতি গুছি আহ ঐ। ❑

জানানে বান্ধু মোৰ মন আকাশত
তুমিয়েই ধ্রুৱ তৰা
নোৱাৰোঁ মচিব তোমাৰ ছবিটি
হৃদয় আকাশৰ পৰা

কত সাধুকথা ক'লা আলফুলে
নিবিড় জোনাকী সন্ধিয়া
সেই সুৰে মোক কৰেহি আমনি
আজি ব'হাগৰে দুপৰীয়া
তোমাৰ মৰমে কৰিছে আমনি
দূৰ দূৰণিৰে পৰা
নোৱাৰোঁ মচিব .... হৃদয় আকাশৰ পৰা।

মুকলি আকাশ মুকলি বতাহে
তোমাৰ স্মৃতি দিয়ে সোঁৱৰাই
নাজানো কেতিয়া জীৱন মদিৰা
ঢালি দিবা তুমি দিবা পিয়াই
মৃদু সন্ধিয়াৰ মধু সোঁৱৰণ
কত আবেগেৰে ভৰা
নোৱাৰোঁ মচিব তোমাৰ ছবিটি
হৃদয় আকাশৰ পৰা।। ❑

ধুনীয়া ধুনীয়া ধুনীয়া অ'
তই মোৰ মন মোহনীয়া
বুকু জুৰণীয়া তই
লৈ যা, লৈ যা, লৈ যা অ' তই
মোক তোৰ কাষৰলৈ ... অ' ধুনীয়া ...
অ' অ' অ' ... মই তোৰ মৰমতে মৰোঁ
অ' ... মই তোৰ চেনেহতে বুৰোঁ
মোৰ হিয়াখন তোকে ঐ
বুজাওঁ মই কেনেকৈ
কেনেকৈ ক'ব নোৱাৰোঁ .....
অ' ....... ধুনীয়া ........
অ' অ' অ' .... তই মোৰ হিয়াৰে ৰচকী পখিলীজনী
অ' অ' অ' তই নীল সাগৰৰে মুকুতা-মণি
মোৰ হিয়াখন চুৰেকৈ
ক'লৈনো যাব তই
ক'লৈনো ক'ব নোৱাৰোঁ
অ' কৈ যা কৈ যা কৈ যা তই ধুনীয়া
অ' লৈ যা, লৈ যা, লৈ যা, মোক তোৰ কাষৰলৈ....
অ' ধুনীয়া ধুনীয়া ধুনীয়া
অ' মোৰ ফুল কুমলীয়া মোহনীয়া
বুকু জুৰণীয়া তই ..........
অ' লৈ যা, লৈ যা, লৈ যা, মোক তোৰ কাষৰলৈ....
অ' অ' অ' মোৰ সপোনপুৰীৰ তই ৰূপ-কুঁৱৰী
ৰুণুক-জুনুক তোৰ নূপুৰ ধ্বনি
মোৰেনো হিয়াতে সুহুৰি মাৰি তই
থৈ যা ৰূপৰ লহৰি .....
অ' মোৰ মন উৰণীয়া, বুকু জুৰণীয়া তই...
অ' লৈ যা, লৈ যা, লৈ যা, মোক তোৰ কাষৰলৈ....।। ❑

জিৰি জিৰি কৰি
পাহাৰৰে জুৰি
লয়-লাস ভঙ্গিমাৰে
বুকুৰে লগৰী, বিচাৰি বিচাৰি
শিলে শিলে খুন্দা মাৰে

বুকুৰে লগৰী কাষতে পাবলৈ
আবেগী হিয়া তোৰ
নাচে যে বৰেকৈ
আনন্দতে উলাহেৰে
শিলে শিলে খুন্দা মাৰে

মিলনৰ মোহনা পাবিগৈ যেতিয়া
তয়ো যে হেৰাবি নিজেই তেতিয়া
জলধিৰ বুকুতে লীন যাবি তয়ো
প্ৰেমৰ দুকুল উচ্ছলেৰে

সেয়েহে আজি তই অলিয়া বলিয়া
শিলে শিলে নাচি মন মতলীয়া
নাচি নাচি তই, যাব আগলৈ
অচিনাকি পাহাৰেৰে....
শিলে শিলে খুন্দা মাৰে।। ❑

সূৰুযে দিলেহি পাৰি, ৰঙৰ সঁফুৰা মেলি
মুঠি মুঠি ৰামধেনু ৰং
মোহনীয়া ধৰা খনি উজলি উঠিছে আজি
চঞ্চলা ৰূপে মধুবন, মুঠি মুঠি ৰামধেনু ৰং

অৰুণিমা, মাধুৰিমা, মনোৰমা, সুনয়না
সুশোভিতা ময়ূৰী কঙ্কণ
শ্যামলীমা গিৰিমালা শিখৰে শিখৰে শোভা
পুলকিত ভ্ৰমৰ গুঞ্জন
পৰিমল ৰেণু সানি, বজাই নূপুৰ ধ্বনি
প্ৰজাপতি উৰয় বিমল
মোহিনী ধৰিত্ৰী দেৱী উজলি উঠিছে আজি
চঞ্চলা ৰূপে মধুবন, মুঠি মুঠি ৰামধেনু ৰং।

নৱ বধু — পৰিণীতা, সিক্তা অঞ্চলাবৃতা
সালঙ্কৃতা মোহিনী যৌৱন
ওৰণি আবৃতা মনে কঁপি উঠে ঘনে ঘনে
আধৰুৱা অতৃপ্ত চুম্বন
চমকি চমকি ক্ষণ উন্মনা উচাটন
আবেগত জাগে শিহৰণ
মোহনীয়া ধৰা খনি উজলি উঠিছে আজি
চঞ্চলা ৰূপে মধুবন মুঠি মুঠি ৰামধেনু ৰং।। ❑

সময় আহিছে সৌৰা উৰি
সময় আহিছে চোৰাঁ ঘূৰি
অসমীৰ বুকুলৈ সময় আহিছে সৌৰা
বুকুত আনিছে শান্তিৰ কপৌ জুৰি
সময় ............. ঘূৰি

নাই, নাই, নাই, নাই কিমান কৰিবা
তুমি নকৰিবা
আছে, আছে, আছে বুলি কিয় নাভাবিবা
তুমি এবাৰ ভাবিবা
ধান, চাহ, তেল খাদ সকলোটি আমাৰেই
কাম কৰিলেহে তুমি শুভ ফল পাবা
সন্ত্ৰাস, হত্যা, লুণ্ঠন, চুৰি
দিয়াঁ তুমি দূৰলৈ দলি মাৰি
অকপট ভালপোৱা, আশিস নিৰ্মালি আৰু
মৰম-চেনেহ আছে হিয়া উজাৰি
সময় আহিছে সৌৰা উৰি
সময় আহিছে চোৰাঁ ঘূৰি
সময় সময় সময় আহিছে .... ❑

এই জীৱনৰ সিপাৰেও যদি
এটি বাৰ হয় দেখা
আঁকি দিবা মোৰ নয়নমণিত
অযুত অধৰি ৰেখা.....।
অ'মোৰ প্ৰাণৰে সখা

দিবা এটা বাৰ মৰমী পৰশ
প্ৰেমৰ ধাৰেৰে বোৱা
চেনেহ কোমল নিবিড় মায়াৰে
সুৰ হৈ বৈ যোৱা
আলফুলে ক'বা হিয়াৰ গোপন
বহু সঁচা সাধু কথা
আঁকি দিবা মোৰ ..... ৰেখা

নিদিবা ঢালি মোৰ প্ৰাণ পিয়লাত
অযুত অনামী ব্যথা
দিবা মাথোঁ তুমি হিয়াৰ সঁহাৰি,
দুটি অধৰেৰে গঁথা .....
তাতে বুটলিম তোমাৰ প্ৰাণৰ
নক'লেও বুজা কথা
আঁকি দিবা মোৰ নয়ন পতাত
অযুত অধৰি ৰেখা।। ❑

জ্বলি, জ্বলি, জ্বলি শেষ হওঁ মই
জ্বলোৱা ধূপৰ দৰে
শীতৰ নিশা আকাশৰ পৰা যেনেকৈ নিয়ৰ সৰে।

অন্তৰৰ পৰা অন্তৰলে' মই
মেলিলোঁ চেনেহ নাও
প্ৰেম মদিৰাত ডুব দিওঁ কিয়
নিজেই বুজি নাপাওঁ
তথাপি কিয়নো মনে যে নামানে
নিশাৰ ঘূমটি হৰে
শীতৰ নিশা আকাশৰ পৰা যেনেকৈ নিয়ৰ সৰে।

সমাধিত মোৰ দিবা জানো ফুল
তোমাৰ সিক্ত নয়নেৰে
জুৰিবনে বাৰু এধাৰি লোতক
প্ৰাণৰ নিবিড় সঁহাৰিৰে
অকণি অনুকম্পা বিচাৰি
মনে হাহাকাৰ কৰে
শীতৰ নিশা আকাশৰ পৰা যেনেকৈ নিয়ৰ সৰে।। ❑

আজি মোৰ কবিতাই
মৌ চুমি চুমি যায়
সুদূৰ প্ৰসাৰি সৌ দিগন্ত কঁপাই
আজি মোৰ কবিতাই...

আজি মোৰ কবিতাই
মহা সাগৰৰ গভীৰ নীলাত
পানচৈখনি হৈ উটি উটি যায়
নিবিড় গোপনে মনে কাকে ৰিঙিয়ায়
উটি উটি যায়, উটি উটি যায়

আজি মোৰ কবিতাই
মন আকাশৰ সৌ বহল নীলাত
কল্পনা পখীটি হৈ
কিনো গীত গায় বাৰু কিনো গীত গায়

আজি মোৰ কবিতাই মহা আকাশৰ পৰা
মহা সাগৰত, বুৰ মাৰি
সপোনক বুটলি বিলাই
ছন্দ জগায়,- ছন্দ জগায়, ছন্দ জগায়।। ❑

মোৰ মন উৰি যায়, উৰি যায়, উৰি যায়....
আকাশৰ পাৰে পাৰে
সাগৰৰ সীমনাৰে
মৰম পিয়াসী মন সুৰেৰে সজাই
মোৰ মন উৰি যায়, উৰি যায়, উৰি যায়....

বিজুলীৰ পোহৰেৰে চমকি চমকি উঠে
থমকি থমকি নাচে ৰঙেৰে চৰাই
কল্পনা, উন্‌মনা, আলপনা, ৰূপ
সুশোভিতা তৰু বন ৰূপেৰে সজাই...

গগন নিনাদিত মধুমন হৰষিত
তনুমন মুখৰিত - আলোক ছায়াই...

জাগে আজি মোৰ মন, ঘনে ঘনে উচাটন
তন্দ্ৰালু, স্বপ্নালু, — মাটিৰ মায়াই
মোৰ মন উৰি যায়, উৰি যায়, উৰি যায়....।। ❑

সূতা লেটাই লেটাই তোৰ কথা ভাবিছোঁ
গৰকাত ভৰি থৈ তোৰ সপোন দেখিছোঁ
বিহুটি আহিছে, চকুলো সৰিছে
গুছি আহ কাকুতি কৰিছোঁ।

এদিন গৈছিলি ঘৰবাৰী এৰি থৈ
অসম গঢ়িবলৈ এবুকু আশালৈ
দিহিঙে-দিপাঙে ক'লৈনো গ'লিগৈ
একোকে নাপালোঁ বুজি
মাঘ গ'ল, ফাগুন গ'ল, চ'তো শেষ হ'বৰ হ'ল
তোৰ লগত মোৰচোন দেখা দেখি নহ'ল
বিহুৰে বতৰত আহনে নাই তই
ভাবি মই বিপাঙত পৰিছোঁ
বিহুটি আহিছে ........... কাকুতি কৰিছোঁ।

শতৰুৰ চালনাত কিয় বন্দী হ'লি
আপোন বধিবলৈ কিয় বন্দুক ল'লি
আইৰে বুকুখনিৰ জীয়া জুইকুৰাৰ
বেদনাত আমিও জ্বলিছোঁ
বিহুটি আহিছে চকুলো সৰিছে........... কৰিছোঁ। ❑

বৰষা .... আ.... আ.... আ....
শুকান ধৰণী সেউজী কৰিলাঁ
চেনেহী হাতেৰে পৰশ বুলালা
আলফুলীয়া ঢালি মেঘ মালা
বৰষা .... আ...আ...

ৰজন-জনালে জলধি তৰংগে..
তৰংগে তৰংগে আকাশে বতাহে...
মুখৰিত কৰি নদী জান-জুৰি
ঝৰ্ণা.... বৰষা....

বাৰিষাৰ বানে আনে খলকনি
সহস্ৰ পৰাণত আনে উচুপনি
পাৰা পাৰ ভাঙি যদি আহাঁ তুমি
নিৰাশা ... বৰষা...

তথাপি বৰষা, আকৌ আহিবা
তৃষাতুৰ প্ৰাণত আশা ছটিয়াবা
স্নিগ্ধ পৰশে জগাই তুলিবা
শুকান ধৰণী উৰ্বৰা কৰিবা
আহিবা তুমি আহিবা
বৰষা ....।। ❑

জোনাকে জোনাকে ভাঁহে জোনাকী অতীত
মলয়াছাটিয়ে গায় বিষাদৰ গীত
দুবৰি দলিচাত আজি তুমিযে নিমাত
অতীত মাধুৰী মোৰ বিৰাজে তোমাত

বলিয়া বতাহজাকে কিনো কথা কয়
চৌদিশে দেখো মাথোঁ
আজি তুমিময়, তুমিময়

হিয়াৰ মাজত মোৰ কিনো তোলপাৰ
হাঁহি খলকনি কিযে মৰম তোমাৰ
মৰম তোমাৰ ....
হিয়াই হিয়াই আজি গাঁথিছে হিয়াক মোৰ
আৰু যে তোমাৰ সোণ
আৰু যে তোমাৰ।। ❑

দূৰৈৰ আকাশৰ নীলাবোৰ মই
নয়নত তোমাৰ দেখিলোঁ
তোমাৰ প্ৰাণৰ জেউতিৰে মই
সৰগৰ তৰা লেখিলোঁ

মধু-মালতীৰ মৃদু সুবাসেৰে
টৌৱাই ধৰণী খনি
পুৱা অৰুণৰ পূবালী আভাই
আঁকে পদ্মৰাগ মণি
সেই আলোকেৰে তোমাৰ হিয়াৰ
অবুজ মৰম বুজিলোঁ মই
সৰগৰ তৰা লেখিলোঁ ....

মোৰ জীৱনৰ যত সাধুকথা
তোমাক নহ'লে কোৱা
মোৰ পৰাণৰ নিবিড় মৰম
তোমাক নহ'ল দিয়াঁ
সেয়ে আজি মই, মন মোহনাত
সুৰৰ পানচৈ সজালোঁ
তোমাক বিচাৰি দূৰ নীলিমাত
মন ডিঙা মোৰ মেলিলোঁ।। ❑

আকাশ তোমাৰ উদাৰ বুকুৰে
অকণি সঁহাৰি দিয়া
সাগৰ তোমাৰ গভীৰ নীলাৰে
মোৰ মন ধুই নিয়া

মই বিচাৰিছোঁ সেউজী বনৰ
মৰম নিয়ৰ কণা
হৃদয় আবৰি সিক্ত স্পৰ্শ
শেৱালি সুবাস সনা
আকাশ সাগৰ সেউজী বনানি
ফুলে ফুলে মৌ পিয়া ...
সাগৰ তোমাৰ গভীৰ নীলাৰে
মোৰ মন ধুই নিয়া .....

নিবিচাৰোঁ মই বিৰহ বেদনা
ফুল কলি ফুলি সৰা
সপোনতো মই বিচাৰোঁ দিঠক
ফুলে ফুলে ঠানি ভৰা
উচ্চ আঁচল গিৰি নীলাচল
অটল উচ্ছ্বাস হিয়া
সাগৰ তোমাৰ গভীৰ নীলাৰে
মোৰ মন ধুই নিয়া।। ❑

আগলি পাততে কাজলী হালধি
কেঁচা সোণ বৰণৰ গা
বেইৰে তলতে আইদেউ চিকে মিকাই
জোৰা নাম এষাৰি গা ....

কি তামোল খুৱালা
কি যাদু কৰিলাঁ
কথাৰ চলে মৰম যাচি
বোপা দেউকে মুহিলা ...

দেউতাই ভাবিছে আজি মোৰ জীয়াৰীক
লোকে কুশে ছিঙি নিব
আয়ে ভাবিছে আজলী জীয়েকক
শাহুৱে মনত দুখ দিব
হোমৰে গুৰিতে উৰুলিৰ ধ্বনিতে
আইদেউৰ উগুল-থুগুল মন
জনমৰ লগৰী পাই কাষৰতে
জীৱনৰ কৰিলে পণ

জীয়াৰী জীৱনটো অতি আলসুৱা
যেন কপাহৰে জোলা
বোৱাৰী জীৱনৰ আছে প্ৰতিশ্ৰুতি
দুটি জীৱনৰে মেলা...
লৈ লগুণ গাঁঠি উজাগৰী ৰাতি
আদৰি নতুন জীৱন
জনমৰ সাৰথি পাই আইদেৱে
জীৱনৰ কৰিলে পণ.....।। ❑

দীঘলকৈ ওৰণি তৰাদৈ শুৱনি
মৰলৰ কাষতে আজি
নেঘেৰী খোপাতে তগৰ ফুল গুঁজি লৈ
সজালে কইনা সাজি

আমডালি গাঁথিছো দুৱাৰতে আঁৰিছো
নাকান্দিবা তৰাদৈ সাদৰেৰে মাতিছোঁ

ডিঙিত সাতেসৰী গাতে মেজাঙ্কৰী
শিৰত সেন্দূৰেৰে ফোঁটে
চেনেহৰ দেউতাই চাবকে নোৱাৰে
হিয়াখন দহিছে শোকে
আয়ে চকু পানী আঁচলে মচিছে
ঘৰ সুদা হ'ব ভাবি
নেঘেৰী খোপাতে তগৰ ফুল গুঁজি লৈ
সজালে কইনা সাজি ...........

বৰ ঘৰ শুৱনি আজলী তৰাদৈক
আজি লোকে লৈয়ে যাব
আখলৰ আগতে চকু পানী টুকি
বুঢ়ী মাক বাউলি হ'ব
উৰুঙা লাগিব তৰাদৈৰ তাঁতৰ শাল
তৰাৰ মান নাছিলেই কাজি
নেঘেৰী খোপাতে কপৌ ফুল গুঁজি লৈ
সজালে কইনা সাজি......।। ❑

নালাগে নালাগে দুৰ্মূল্য পাৰিজাত
ফুলনি শুৱাবলৈ
নালাগে নালাগে মাণিক মুকুতা
ঐশ্বৰ্য বঢ়াবলৈ ....

অকণি মৰম অকণি চেনেহ
বিচাৰে পৰাণে মোৰ
তাৰ মাজতেই আছে যে লুকাই
প্ৰাণৰ সঁহাৰিবোৰ
প্ৰাণ দীপ-শিখা জ্বলাই ৰাখিছোঁ
ধৰা পোহৰাবলৈ
নালাগে নালাগে মাণিক মুকুতা
ঐশ্বৰ্য বঢ়াবলৈ ....

শিখা কঁপনিয়ে থমকি থমকি
আশাৰ বতৰা দিব
দৰদী হিয়াৰ গোপন কোণত
সেয়ে সান্ত্বনা হ'ব
মানৱী মৰম মানৱী ধৰম
মানৱৰ লগৰী হৈ
নালাগে নালাগে মাণিক মুকুতা
ঐশ্বৰ্য বঢ়াবলৈ।। ❑

তৰালি তৰালি অযুত তৰালি
আকাশত ওমলি ফুৰে
মনৰে পথাৰত কিনো খেলি মেলি
জিৰ্ জিৰ্ মলয়া বলে ... অ' তৰালী
জিৰ্ জিৰ্ মলয়া বলে .....

সাগৰৰ বুকুতে ঢৌ খেলি খেলি
কঁপিলে আকাশী নীলা
ৰঙতে ৰঙিলী মৰমী তৰালী
বুকুতে বৰদৈচিলা
ৰূপহী তৰালী লাজতে বাউলী
চকুৰে টিপতে চালে
মনৰে পথাৰত কিনো খেলি মেলি
জিৰ্ জিৰ্ মলয়া বলে ....

পুবতি নিশাৰ মৃদু সমীৰণে
দুচকু মুদাই নিলে
দিগন্ত বিয়পি এটি মিঠা হাঁহি
সুৰুযে বিলাই দিলে
ৰঙৰে দুপৰত ফাকু খেলি খেলি
মলয়াত দোলনি দিলে
মনৰে পথাৰত কিনো খেলি মেলি
জিৰ্ জিৰ্ মলয়া বলে।। ❑

মৰমতে হালে-জালে মোৰ মন আলসুৱা
চেনেহতে হালে-জালে মোৰ মন আকলুৱা
তোমাৰ পৰশে হিয়া নাচে মোৰ
তুমিচোন বুজি পোৱা

আজি মধু জ্যোৎস্নাৰ নিৰিবিলি মধুৰ নিশা
আশা ফুলনিৰে সুমধুৰ মধুৰ ভাষা
ৰঙীন আৱেশে আকুল কৰিছে
পৰাণৰ নতুন আশা
অ' মৰমতে হালে-জালে মোৰ মন আলসুৱা

এই ৰজনীগন্ধাৰ মিঠা সুৰভিৰে
আজি, নয়নে নয়নে চোৱা ধীৰে ধীৰে
আবেগত মোৰ মোহনীয়া মন মতলীয়া
তোমাৰ পৰশে হিয়া নাচে মোৰ
তুমিচোন বুজি পোৱা
অ' মৰমতে ............... আলসুৱা।। ❑

গীতৰ বোলেৰে পাতিলোঁ মিতালি
পাতিলোঁ মিতালি সুৰৰ স'তে'
জনতাৰ হিয়া প্ৰেমেৰে বোলালোঁ
গীতৰ নিজৰা নিগৰে য'তে...

তুমি মোৰ, মোৰ তুমিয়েই হোৱা
নাই কোৱা কোনো প্ৰেয়সীক মোৰ
জেতুকাবুলীয়া দুটি অধৰত
আঁকো ৰামধেনু গীতৰ সুৰ
দৰদী হিয়াৰ উচ্ছ্বাসি পৰশে
বুকুৰ সঙ্গীতে মিতালি পাতে
জনতাৰ হিয়া প্ৰেমেৰে বোলালোঁ
সুৰৰ নিজৰা নিগৰে য'তে...।

যদি তুমি মোক প্ৰাণেৰে বিচাৰা
পাবা তাতে তুমি সুৰৰ স'তে
মুমূৰ্ষু হিয়াৰ ভগ্ন সপোন
উচুপি উচুপি ভাগৰে য'তে
আকাশৰ ৰং আনিব নোৱাৰোঁ
সুৰৰেই ছবি আঁকো অন্তৰতে
জনতাৰ হিয়া প্ৰেমেৰে বোলালোঁ
গীতৰ নিজৰা নিগৰে য'তে...।। ❑

ভয় হয় মোৰ
জানো হয় ভুল
পাছে, এইয়াতো নহয় ভুল
ফুলে য'ত কলিজাৰ ফুল
আৰু, উৰে যদি চৌপাশে
তাৰে অলিকুল, অলিকুল, অলিকুল
ভয় হয় মোৰ ............... ভুল

ইকুল সিকুল
নাই পাৰ কুল
ইয়ে, প্ৰেমৰ ৰাগিণী মোৰ
জীৱনৰ মূল
মৌ পিয়া মন মোৰ
প্ৰণয় আকুল
অ' অলিকুল, অলিকুল, অলিকুল ...
ভয় হয় মোৰ .... ভুল

মিলন বাঁহীৰ সুৰ আতোল নিটোল
যৌৱন ভৰা ডিঙা তৃষা উপকূল
চঞ্চল পৰিমল ঢৌৰে তুল-বুল
অলিকুল, অলিকুল, অলিকুল
ভয় হয় মোৰ ........... ভুল।। ❑

কৰণিত ফুল বুটলি বুটলি
ভৰালোঁ কৰণি মোৰ
জীৱন নদীৰ সোঁতৰ গতিত
বিচাৰোঁ সপোনবোৰ

মৃদু সমীৰণে গোপনে গোপনে
তোমাৰ বাতৰি দিলে
মায়াৰ তুলিৰে আঁকি আল্‌পনা
মোৰ মন কাঢ়ি নিলে
টুলুঙা নাৱত উটি বুৰি ফুৰোঁ
সোঁতৰো নপৰে ওৰ
জীৱন নদীৰ ......................... বোৰ

সুৰৰ লহৰ মধু জীৱনৰ
আবেগ উপচি পৰে
আকাশে বতাহে তাৰেই সুৰভি
আনন্দ অশ্ৰু ঝৰে
গীতৰ ধ্বনিয়ে কঢ়িয়াই আনে
মাথোঁ শিহৰণ মোৰ
জীৱন নদীৰ .................. বোৰ।। ❑

তৰা ভৰা আকাশ নিশা জোনাক লেখি থাকোঁ
দুবৰিৰ মুকুতা সখীক তোমাৰ কথা সোধোঁ

তুমি বাৰু আহিবানে নাই
কোৱাচোন কোৱা মোৰে চেনাই
জীৱন নদীৰ পাৰঘাটত চপাবানে নাও
তোমাৰ প্ৰাণৰ মৰমকণা কেনেকৈনো পাওঁ?

সঁচাকৈয়ে নাহা যদি মোৰ কাষলৈ
বিৰহৰে বেদনা মই সহিম কেনেকৈ
বুকুতে গুপুতে মই যে তোমাৰ ছবি আঁকো
তৰা ভৰা আকাশ নিশা জোনাক লেখি থাকোঁ....।। ❑

কিয়নো ফুলিলি ফুলনিত ফুল
গোন্ধতে কিয়নো আমোলমোল
মলয়া বলিলে লৰে যে পাহি
পখিলা ভোমোৰাই চুমেহি আহি
নয়নত কিয় তোৰ অশ্রু বোল
গোন্ধতে কিয়নো আমোল মোল

মালিয়ে কিয়নো আজুৰি ছিঙে
পূজাৰ বেদীত সজাই কোনে
তোৰ কামনা যে নহয় পূৰ
তোৰ যে বাসনা নপৰে জুৰ
কিয়নো ফুলিলি ফুলনিত ফুল
গোন্ধতে কিয়নো আমোলমোল....।। ❑

তুমি আহিলে এই শৰতৰ নিজান গোপন গধূলি
লাজুকী লাজুকী লাজ লাজ আঁতৰাই
পাহে পাহে জাকি মাৰি ফুলিব শেৱালি
তুমি আহিলে এই শৰতৰ নিজান গোপন গধূলি

কাণে কাণে দিয়া যদি হিয়াৰ মৰম
চুমিলে হৃদয় মন ৰাগ অনুৰাগে
শেৱালি সুবাস লাগি হৃদয় বীণাত
নিবিড় আকাশ ছানি জ্বলিব জোনালী
লাজুকি লাজুকি .................... শেৱালি

তুমি আহিলে এই শৰতৰ নিজান গোপন গধূলি
নিয়ৰেৰে অনুৰাগী দুহাত বোলাই
যাচিলে মৰম মিঠা নিজৰা বোৱাই
জক্ মক্ জক্ মক্ জ্বলিব তৰালি
লাজুকী লাজুকী লাজ লাজ .......... শেৱালি।। ❑

অবুজ হিয়াৰ সেউজ কঁপনি
বতাহত উৰি যায়
ছন্দে ছন্দে সুৰৰ লহৰি
সুন্দৰৰ সীমা নাই।

হিয়া ফুলনিত জাগে শিহৰণ
আকুলিত মোৰ মন
সুৰভি কোমল আবেগী বিয়লি
গুঞ্জন মধুবন।
কুলিৰ কুঞ্জন ভ্ৰমৰ গুঞ্জন
অলকানন্দা বয়
তাৰ ছন্দে ছন্দে ................ সীমা নাই।

বসন্তৰ ৰাগে কঁপালে ভুবন
স্বপ্ন বৰষা মন
অযুত তৰাৰ মিচিলে প্ৰাণত
সিঁচিলে স্মৃতিৰ ক্ষণ।

তোমাৰ প্ৰেমৰ নিবিড় সুৰভি
গোপনে গোপনে বয়।
তাৰ ছন্দে ছন্দে ................ সীমা নাই।। ❑

পুৱাৰ আনন্দে ভৰা মনটোলৈ আন্ধাৰ আহিছে নামি
বেদনা ভৰিছে, চকুলো সৰিছে দুখেৰে ধৰিছে ছানি
সন্ত্ৰাস অগনিয়ে দেশখন ঘেৰিছে ধোঁৱাই আবৰিছে আকাশ
বন্দুকৰ শব্দত চৰাইবোৰ পলাইছে, বোমাই দুষিত কৰে বতাহ

ৰ'দ সোণোৱালী চিক্‌মিক্ দুপৰত আৰ্তনাদ আহিছে ভাঁহি
বেদনা ভৰিছে, চকুলো সৰিছে দুখে মন ধৰিছে ছানি

কোনেনো নুমাব সন্ত্ৰাসৰ অগনি কোনেনো গঢ়িব দেশ?
কোনেনো উৰাব শান্তিৰ কপৌযুৰি আঁতৰাই অসমীৰ ক্লেশ
কোনেনো উৰাব প্ৰশান্তিৰ পতাকা, ক'তেনো মৈত্ৰীৰ বাণী
বেদনা ভৰিছে, চকুলো সৰিছে আন্ধাৰ আহিছে নামি। ❑

সন্ধিয়া লাগিছে শঙ্খ বাজিছে
গোসাঁই ঘৰত বন্তি জ্বলিছে
বিপ্লৱী মনৰ পাহুৱাল ডেকাটো ঘৰলৈ উভতি আহিছে,
ঘৰলৈ উভতি আহিছে

ঘৰ এৰি যোৱা বহু দিন হ'ল লগ সমনীয়াৰ লগত
দিহিঙে-দিপাঙে কতনো ঘূৰিলে দেশ স্বাধীন কৰাৰ নামত
কত কষ্ট খালে পৰে আসৈ পালে, এতিয়া বুজিব পাৰিছে
বিপ্লৱী মনৰ উঠন ডেকাটো ঘৰলৈ উভতি আহিছে ....।

দেশ গঢ়িবলৈ লাগিব একতা, দুবাহুত লাগিব বল
ৰাইজৰ লগতহে লাগে বুজাবুজি ঘৰেইহে শান্তিৰ স্থল,
কৰ্মইহে ধৰ্ম, সাহসৰ বৰ্ম সেই কথা এতিয়া বুজিছে
বিপ্লৱী মনৰ উঠন ডেকাটো ঘৰলৈ উভতি আহিছে
ঘৰলৈ উভতি আহিছে। ❑

মোৰ জীৱনৰ প্ৰতি প্ৰহৰত কাষতে থাকিবা তুমি
আঁউসীৰ নিশা আন্ধাৰ নাশিবা জ্বলাই আশাৰ চাকি
তৰাৰ দীপাৱলী নালাগে নালাগে মাটিৰ চাকিকে জ্বলাবা
দীপাৱলী ৰাতি তেল বাকি বাকি মোৰ কাষে কাষে থাকিবা
বন্তি শিখাৰ ঢিমা পোহৰত দিবা চুমা এটি আঁকি
আঁউসীৰ নিশা আন্ধাৰ নাশিবা জ্বলাই আশাৰ চাকি

ভালপাওঁ বুলি শব্দ চয়নে নালাগে প্ৰকাশ কৰিব
হৃদয়ে হৃদয় গাঁথে কেনেদৰে সি কথা বুজিব লাগিব
আকাশত যেতিয়া নাথাকিব জোন পোহৰ বিলাবা তুমি
আঁউসীৰ নিশা আন্ধাৰ নাশিবা জ্বলাই আশাৰ চাকি। ❑

তুমিনো কোন মোৰ হোৱা মনোৰমা তুমিনো হোৱা মোৰ কোন
দুখীয়া জীৱনৰ মেঘালী আকাশৰ তুমি মোৰ পূৰ্ণিমাৰ জোন?

সংঘাতে ভৰা জুৰুলা জীৱনৰ তুমিয়ে আশাৰ চাকি
দিয়া দিয়া মোক শীতল সৌৰভ প্ৰেমৰ মদিৰা বাকি
দুখে পাল তৰা ভঙা দিঙা খনিত আহাঁ ওচৰলে সোণ
দুখীয়া জীৱনৰ মেঘালী আকাশৰ তুমি মোৰ পূৰ্ণিমাৰ জোন।

তোমাৰ পৰশৰ সাহস বিচাৰোঁ জীৱন যুঁজৰ বাবে
অযুত বাধা অতিক্ৰমি যাম তোমাৰ সঁহাৰি লাগে
ধুমুহা, বতাহ সহো সংঘাত তুমিয়েই মোৰ সপোন
দুখীয়া জীৱনৰ মেঘালী আকাশত তুমি মোৰ পূৰ্ণিমাৰ জোন। ❑

ভালপাওঁ মই প্ৰতিটি ফুলক প্ৰকৃতি কোলাত ফুলা
ভালপাওঁ মই প্ৰতিটি পাতক জুৰ মলয়াত দোলা

ভালপাওঁ মই প্ৰতিটি পখীক ডেউকা কপাই উৰা
ভালপাওঁ মই মন ৰিঙা কৰা উৰিলে কমোৱা তুলা
গানে গানে মোৰ সুৰে সুৰে তুমি অমিয়া ঝঙ্কাৰ তোলা
ভালপাওঁ মই .................... মলয়াত দোলা।

সবাতেই তুমি বিৰাজ সৰ্বদা তোমাৰে নিবিড় ছায়া
ভালপাওঁ মই সৰগী পৰীৰ নুবুজা যাদুৰ মায়া
হে সুন্দৰ, অপৰূপ মোৰ তোমাৰে কৰুণা ভৰা
ভালপাওঁ মই প্ৰতিটি পাতক জুৰ মলয়াত দোলা। ❑

সমুখত আছে এখন সাগৰ সিপাৰ কেনেকৈ পাম ...?

"The woods are lovely dark and deep
but I have promises to keep
and miles to go before I sleep
and miles to go before I sleep."

(by Robert Frost)

সন্মুখত আছে এখন সাগৰ সিপাৰ কেতিয়া পাম!
তথাপি পৰাণে হাহাকাৰ কৰে যেন আগবাঢ়ি যাম

আকাশে যেতিয়া দিগন্তক চুমে তাতে সাগৰৰ সীমা
তথাপি সেইয়া যে অসীম নহয় তাতে আছে শ্যামলীমা
সাগৰ তলিৰ সলিল গভীৰ, সংকতো উদ্দাম
তথাপি মনে হাহাকাৰ কৰে যেন আগবাঢ়ি যাম...।

বুৰ মাৰি দিলোঁ সাগৰত মই মাণিক মুকুতা আনিবলৈ
ডকা পাকনৈয়া কত পাৰ হ'লোঁ সাহস বান্ধিলোঁ যুঁজিবলে'
যাবই লাগিব বাটকুৰি বাই গাই বিজয়ৰ গান
আশাভৰা মনে হাহাকাৰ কৰে যেন আগবাঢ়ি যাম। ❑

দেখিছানে সৌ অট্টালিকাটো সেইটো মোৰেই ঘৰ
তাতেই আছে সমস্ত ধৰাৰ সৌন্দর্য মনোহৰ
আছে তাতে পাছে শাৰী শাৰী কৈ
সজোৱা ফুলৰ শাৰী
মৌ মাখিবোৰ পৰে আহি তাতে
দিয়েহি হিয়া উজাৰি
মালীয়ে সদায় সাৰি পুচি থাকে
চাই ভাল লাগে বৰ
তাতেই আছে সমস্ত ধৰাৰ
সৌন্দর্য মনোহৰ

নাই তাত পাছে মানুহৰ হিয়া
মানুহ মানুহৰ বাবে
মানুহক ভাল নাপায় কোনেও
ফুল সৌন্দর্যহে লাগে
হিয়া বীণা খনিৰ তাঁৰ ছিগিলেও
অকণো নাই আদৰ
দেখিছানে সৌ অট্টালিকাটো
সেইটো মোৰেই ঘৰ.....। □

এনিশা জোনাক শেষ হৈ গ'ল কথাই নহ'ল কোৱা,
দৰদী কণ্ঠৰ মধু-মূৰ্চ্ছনাৰ গীতো হ'ল আধা গোৱা....

টোপ্ টোপ্‌কৈ নিয়ৰ সৰিছে পোহৰ আহিছে নামি
ৰিবৃৰিবৃকৈ মৃদু মলয়াই আমাক ধৰিছে ছানি
মেলো নেমেলোকৈ পদুম পাহিয়ে মেলিব খুজিছে পাহি
যেন দীপ্‌লিপ্ সৰগী পৰীয়ে মাৰিব খুজিছে হাঁহি...।
নয়ন ভাষাৰে বুজিবলৈ দিলা তুমি মোক ভালপোৱা
এনিশা জোনাক শেষ হৈ গ'ল কথাই নহ'ল কোৱা....।

জোনাক জুৰুৰা এটি এটি ক্ষণ অতীতে সাবটি ল'লে
জীৱন সোঁতৰ সৰগম হৈ প্ৰেমৰ সঁহাৰি দিলে
অভিসাৰী নিশা শেষ হৈ গ'ল পায়ো যেন লাগিছে নোপোৱা
এনিশা জোনাক শেষ হৈ গ'ল কথাই নহ'ল কোৱা....। ❑

কোনেনো কেনেকৈ মোৰ হিয়াখনিত
ফুলালে এপাহি ফুল
তাৰে সৌৰভতে দেখিলোঁ জগত
গোন্ধতে আমোল মোল।

ক'তেনো পখিলা আহে মোৰ কাষলৈ
ৰঙীন দুপাখি মেলি
মইযে নিদিও অলপো সঁহাৰি
পুনু যায় দূৰলৈ গুচি।

কত ভোমোৰাই গুন গুন কৈ
বিচাৰে মনৰ কথা ক'বলৈ
মই পিচে বুজো শতেক চলনা
সিহঁতে যে মাথোঁ কৰে প্ৰতাৰণা
সেয়েহে (মই) নিদিওঁ কাহানিও ধৰা
ঠগ প্ৰবঞ্চক বুলি
কতনো পখিলা আহে কাষলৈ
ৰঙীন দুপাখি মেলি।

ভালপাওঁ মই সিখনি জগত
নাই য'ত কোনো ঠগ প্ৰবঞ্চক
বিলাওঁ হিয়াৰ সুৰভি সুষমা
প্ৰাণৰ আপোন বুলি
কতনো পখিলা ............. দুপাখি মেলি। ☐

সাঁচিপাত সামৰি ৰাখিবা
যতনে উলিয়াই পঢ়িবা
জগতৰে গুৰু শঙ্কৰ মাধৱৰ
সমস্ত দৰ্শন তাতে পাবা

কীৰ্ত্তন দশম পুথি ঘোষা ৰত্নাৱলী
আৰুনো লাগিছে কি
ভকত ভগৱানৰ মহিমা বুজিবা
সাঁচিপাতেই আমাৰ চানেকি .

নালাগে থাকিব দেশৰ যাদুঘৰত
আমাৰ সাঁচিপাতৰ পুথি
ঘৰৰ কীৰ্ত্তন ঘৰত ৰাখিবা যতনকৈ
জীৱনৰ সাৰথি বুলি

বিজ্ঞানে আনিছে জ্ঞানতকৈ গৰিমা
তাকো আদৰ কৰি ল'বা
শঙ্কৰ মাধৱ গুৰুৰ সমস্ত সুষমা
সাঁচিপাতৰ মাজত পাবা। ❑

মৰে মহাবাহু ব্ৰহ্মপুত্ৰ বিপুল সম্ভৱা নদী
অসমীৰ ইতিহাস বুকুত সাবটি
সাগৰলে' মাথো কৰিছোঁ গতি।
শঙ্কৰ, মাধৱ, চুকাফা, লাচিত
জয়া, মুলা, কনকলতা
মণিৰাম দেৱান কুশল কোঁৱৰ
বীৰ বীৰাঙ্গনাৰ কাহিনী গাঁথা।

নতুন যুগৰ নৱ প্ৰজন্মক বিলাবলে আশীৰ্বাদ
বৈ থাকোঁ মই গতিময় হৈ পৰলে নকৰি আশ
যুগে যুগে মই কালে কালে মই
যুগৰ সম্ভাৰ লৈ
কৃষ্টি সংস্কৃতি ইতিহাস সাবটি
সাগৰলে' আছো বৈ
জীৱন জোৰা তোমাৰ সাধনা
স্বাক্ষৰ তাৰে মই
কলা সংস্কৃতি ইতিহাস সাবটি
সাগৰলে' আছো বৈ...।
দুয়ো পাৰে মোৰ সোণ সেউজীয়া মানৱ মৰম প্ৰীতি
আই অসমীৰ ইতিহাস সাবটি সাগৰলে মাথোঁ কৰিছোঁ গতি। ☐

নাহিবি তই চগা হে
মোৰ ৰূপত জাহ্ যাবলৈ
সোণালী জুইৰ শিখাকে
সাবতি ধৰিবলৈ
জ্বলি জ্বলি জ্বলি মৰিবি তই।

জীৱন নহয় সোণালী
জীৱন নহয় ৰূপালী
জীৱন নহয় জিল মিল নৈ
কাঁইটৰে মাজতে কেতেকী ফুল ফুলাদি
জীৱন নদী নীৰবে বয়।

মোৰ চকু জুৰিলৈ নাচাবি
মোৰ ৰূপত তই নগ'লিবি
বুকু ভৰা বাসনা লৈ
মোৰ হিয়াখনিলৈ জুমি চা
মোৰ অন্তৰত তই কিনো পা
(তই) সঁচাই জানো বিচৰা মই ?? ❑

যদি জোনাক নামে পৃথিৱীত
যদি সপোন সৰে শেতেলিত
মোৰ কাষলে নাহিবা তুমি
মুনি চুনি গধূলিত

নাই নাই মোৰ একো নাই আজি
তোমাক উপহাৰ দিবলে
দুখৰ হৃদয় মাথোঁ আছে বৈ
তোমাক আদৰি ল'বলৈ।
নালাগে নালাগে নাহিবা কাষলে
ভাবা দিশহাৰা বুলি
মোৰ কাষলে নাহিবা তুমি
অনুভৱী আবেলি .....

অকলে নিৰলে ভাবিবলৈ দিয়া
তোমাৰ কাহিনী গাঁথা
শেষ হৈ যক সুৰীয়া বীণৰ
বহু আধা কোৱা কথা
কোনো দিন আৰু নালাগে আহিব
প্ৰণয় এতিয়া অৱহেলিত
মোৰ কাষলে নাহিবা তুমি
মুনি চুনি গধূলিত। ❑

আকৌ আহিবা বকুল বনলে
ঠিক সিদিনাৰ দৰে
ধূসৰ বেলাত কোনেও নেদেখে
মাথোঁ দুয়ো আমি অকলশৰে

শেষ হৈ যাব দিনৰ কিৰণ
পোহৰৰ আমনি নাই
দুয়ো মাথোঁ হ'ম দুয়োতে মগন
আপোন সময় পাই

সাঁচি থোৱা কথা নিৰলে পাতিম
কাণে কাণে দুয়ো আবেগেৰে
ধূসৰ বেলাত কোনেও নেদেখে
দুয়ো মাথোঁ আমি অকলশৰে। ❑

মোৰ প্ৰেমতে শতদল ঐ ফুলিছে
মোৰ প্ৰেমতে পখিলা ঐ উৰিছে
মোৰ প্ৰেমতে নানা ৰঙী পখিলাই
মোৰ প্ৰেমতে হালি জালি নাচিছে।

জিৰি জিৰি জিৰ, জিৰি, জিৰি, জিৰ বসন্তই
জিৰি জিৰি জিৰ ৰাগ অনুৰাগ টানিছে
জিৰি, জিৰি জিৰ লুইতৰ ঐ দুপাৰত
জিৰি জিৰি জিৰ দেওধনি ঐ উঠিছে
তুমি বাকি দিয়া অধৰামৃতেৰে
মোৰ দুকুল উপচি পৰিছে
উঠিছে জোৱাৰ নামিছে জোৱাৰ
আকাশ সাগৰ হৈ গলিছে
অমৃত ৰূপী বুকুৰ পোহৰ গলি গলি
মোতে মিলিছে
মোৰ প্ৰেমতে ........... হালি জালি নাচিছে। ❑

জুনুক জানাক কৈ নাহিবা
মিচিক মাচাককৈ নাহিবা
মোৰ কাষলৈ নাহিবা তুমি
নাহিবা তুমি নাহিবা

তোমাৰ কথা মই ভাবিলে
তোমাক দূৰৈতে দেখিলে
বনজুই জ্বলে মোৰে গাত
তুমি বুজিবা তুমি বুজিবা
জুনুক জানাককৈ .............. নাহিবা।

জুনুক জুনুককৈ জুনুকা কঁপাই
ৰুণুক জুনুক কৈ নূপুৰ বজাই
আহি কাণে কাণে কাণে কথাটি
তুমি নক'বা তুমি নক'বা।

জ্বলিছে মোৰ গাত অগনি
বুকুখনিত মোৰ পোৰণি
তুমি জানো আহি নুমাবা?
তুমি নুমাবা তুমি নুমাবা??
তুমি পাৰিবানে তুমি পাৰিবা?? ❑

চিনাকি, চিনাকি, চিনাকি তুমি যে
অচিনাকি হৈ গ'লা
দূৰণিৰ পৰা মাথোঁ এটি বাৰ
হঠাৎ উলটি চালা

এদিন আছিল মহা মিলনৰ
জোনাকী জোনাক ৰাতি
যৌৱন ভৰা উচ্ছলতাৰ
উখল-মাখল গতি
গৰা খহনীয়াৰ কোবাল সোঁতত
গ'ল সকলোটি উটি
চিনাকি, চিনাকি, চিনাকি ....

সোঁতৰ গতি সলালে নদীয়ে
ৰূপ পালে এৰা সুঁতি
নিৰ্জনতাই চানিলে হৃদয়
ৰ'ল মাথোঁ বহু স্মৃতি
চিনাকি, চিনাকি, চিনাকি .... ❑

যুগে যুগে জনমে জনমে
জগাই তুলিলে মোক তোমাৰ প্ৰেমে

আকাশ-সাগৰ-পৃথিৱী সেউজীয়া
বিচ্ছুৰিত ৰং ৰামধেনু মোহনীয়া
মন মোৰ আজি উৰণীয়া
ইযে যুগমীয়া, ইযে যুগমীয়া

তুমি মোৰ সপোন সোণালী
তুমি মোৰ দিঠক ৰ'দালি
ফুলে ফুলে মন উৰে
অন্তৰ জাগে অন্তৰে

তুমি মোৰ, তুমি মোৰ,
তুমি মোৰ
দুয়ো আমি সৰগীয় প্ৰেমত বিভোৰ
যুগে যুগে জনমে জনমে .... প্ৰেমে। ❑

(ঝুমুৰৰ সুৰেৰে)

আকৌ একাপ চাহ খাওঁ
গাৰ ভাগৰ আঁতৰাওঁ
নিমখ অকণ ঘুটি দিবি
নিমখ অকণ ঘুটি দিবি
বাগিচালৈ যাওঁ, লচ্‌মী
বাগিচালৈ যাওঁ

দিনৰ দিনটো কৰোঁ কাম
মাটিত পেলাই দেহাৰ ঘাম
চাহ গছৰ কোমল পাতত
লেখোঁ আমাৰ নাম, লচ্‌মী
লেখোঁ আমাৰ নাম
তয়ো ওলা মোৰে লগত
বাগিচালৈ যাওঁ লচ্‌মী
বাগিচালৈ যাওঁ

পৰৰ দিনত মাদল বাজাওঁ ৰে ... এ...এ...এ...
ঝুমুৰ তালত তোকে নচাম ৰে
হাৰিয়া পি ৰাগি লাগি
হাৰিয়া পি ৰাগি লাগি
তোৰে লগত ৰাতি কটাম
হাৰিয়া পি ৰাগি লাগি
তোৰে লগত ৰাতি কটাম ৰে

পাতা বাবুৰ চিথা বহী
কৰোঁ তাতে টিপ চহী
দেনা পাওনা সিহে জানে
জানো মাথোঁ কাম লচ্‌মী
জানো মাথোঁ কাম
নিমখ.......................যাম।। ❑

নদীৰ গতি এতিয়া শীৰ্ণ
নাই জোৱাৰৰ লেশ
পাৰৰ কঁহুৱা নাই হলা-জলা
জীৱন সীমনা শেষ

মই মনতেই জ্বলিছিল এদিন
প্ৰণয় অগ্নি শিখা
উগুল-থুগুল মনে, নাপাইছিল বিচাৰি
কোনো পথৰেই দিশা
এতিয়া শূন্য হৃদয় উপকূল
শূন্য হৃদয়াবেশ
পাৰৰ কঁহুৱা নাই হলা-জলা
জীৱন সীমনা শেষ .....।

থাকেনে থাকেনে জীৱনৰ সীমা
মৰণৰো যদি থাকে মাধুৰিমা
কোনে নিবিচাৰে মৰণ পাৰৰ
চিৰ সুন্দৰৰ দেশ
পাৰৰ কঁহুৱা স্থবিৰ এতিয়া
জীৱনৰ সীমা শেষ .... ❑

শব্দৰ ভাবনাৰে নিজেই নিঃশব্দ হওঁ
এবুকু আশাৰে আকাশক কওঁ
আজি মই তোমাৰ বুকুতে ৰওঁ

(কবি সন্মিলন, সাহিত্য সভা, লেখিকা সমাৰোহ
আদি সভা-সমিতিৰ আদৰণী গীত)

নামে স্বৰ্গে মহালগ্নে সৰস্বতী মাও
আয়তী উৰুলি দিয়া ধুৱাই দিয়া পাও
শঙ্খ-ঘণ্টাৰ দিব্য ধ্বনি মিলন মন্দিৰে
ভাষাৰ জননী নামে আজি সোঁ শৰীৰে
কিনো ভাগ্য কিনো ভাগ্য আজি পুণ্য ক্ষণে
পুণ্য পদ ৰেণু দিলা অচলা অন্তৰে

আহাঁ, আহাঁ, আহাঁ মাতৃ লোৱা আঁকোৱালি
আমাৰ মন্দিৰে দিয়া পুণ্য পদ ধুলি
সঙ্গে দুৰ্গা, সঙ্গে লক্ষ্মী, সঙ্গে পাৰ্বতী
সাক্ষাতে নামিলে মাও সাধ্বী সৰস্বতী
মৃদঙ্গ মুৰুলী বাজে, মঙ্গল উৰুলি
অন্তৰ শৰাই ভৰাই দিছোঁ কৰি কৃতাঞ্জলি...।। ❑

(ইংৰাজী নৱবৰ্ষৰ আদৰণী গীত)

এই গীতে মাতে গধূলি
মন আজি আছে উথলি
সেই আকাশ আছে উজলি
জিকি মিকি কৰে তৰালি
কুঁৱলী, কুঁৱলী, কুঁৱলী ....
আহাঁ আমি কৰোঁ ধেমালি কৰোঁ ধেমালি

আহাঁ আহাঁ আহাঁ আমি সমবেত হওঁ
নৱ বৰ্ষৰ এই শুভ লগনত
স্বাগত জনাওঁ, আমি স্বাগত জনাওঁ
আমি গাওঁ গীত বুকুৰ সুৰভি ঢালি
আজি পুলকিত বৰ্ণালী, আজি বৰ্ণালী
এই গীতে মাতে গধূলি

পৰাণ আমাৰ স্বপ্নালী কিযে স্বপ্নালী
অযুত তৰাৰ মিতালি আঃ হা মিতালি
নৱ বৰষৰ শুভ আগমন
মন আছে আমাৰ উজলি
এই গীতে মাতে গধূলি
এই গীতে মাতে গধূলি....।। ❑

(লখিমী বোৱাৰী আদৰাৰ গীত)

ৰিণি ৰিণি শুনো সেয়া নূপুৰৰে ধ্বনি
আহিছে লখিমী আমাৰ বোৱাৰী মৰমী
ৰিণি ৰিণি শুনো বাৰু কাৰে পদধ্বনি
আহিছে মৰমী আমাৰ বোৱাৰী লখিমী

আয়তীয়ে সজাই দিয়া ভৰা কাঁহীখনি
ধূপ-দীপ-নৈবেদ্যৰে সোণ পোৱাল মণি
নামতী উৰুলি দিয়া হিয়া উজাৰি
আহাঁ, আমি আদৰিম লখিমী বোৱাৰী
আয়তীৰে উলহ-মালহ উথলি উঠিছে
শাহু আইয়ে আনন্দতে চকুলো টুকিছে।

শহুৰে মিচিকি হাঁহে উলহ-মালহ দেখি
আজি মোৰ ঘৰলৈ সোমাব বোৱাৰী...।
সকলোকে বোৱাৰীয়ে সুধিব পুচিব
পুৱা সন্ধ্যা গোসাঁই ঘৰত বন্তি জ্বলাব
উখল-মাখল লাগে বাহি বিয়া ঘৰখনি
পালেহি লখিমী মোৰ বোৱাৰী মৰমী। □

(সভা-সমিতিৰ আদৰণী গীত)

কিহেৰেনো আজি আদৰিম আমি
সমাগত সুধীজন
হে নমনীয় হে বৰণীয়
কিহেৰে কৰোঁ বৰণ?

ফুলনিৰ ফুল ছিঙি অনা নাই
নোৱাৰোঁ পিন্ধাব মালা
নাই যে দিবলৈ পাদ্য অৰ্ঘ্য
বৈজয়ন্তী-ফুল-বালা

হিয়াৰ মাজত সেৱা শ্ৰদ্ধাৰ
মাথোঁ আছে এটি মন
তাকেই পখালি দিছোঁ চৰণত
তোমাতেই লৈ শৰণ
তাতেই সন্তোষ হোৱা যেন সবে
কৰি দোষ মৰিষণ
কিহেৰেনো আমি আদৰিম আজি
সমাগত সুধীজন !! ❑

আকাশত জোনাকৰ খেলা
ধৰণীত আনন্দৰ মেলা
তোমাৰ বুকুত জোৰা সাহসৰ হাতীপটি আৰু ?
আৰু তুমি মোৰ নিচেই চিনাকি ।

প্ৰেম, সঁচা প্ৰেম অলিয়া বলিয়া তাই
মায়া যাদুকৰী
মাটিৰ মমতা ভৰা জীৱনৰ বাঘজৰী
সঁচা প্ৰেম অনামী অঘৰী... ।

| | | |
|---|---|---|
| দুয়ো একেলগে | - | প্ৰাণৰ সুৰভি ঢালি<br>গাইছিলোঁ গান আমি<br>গাইছিলোঁ গান সিদিনা আমি - আ - আ - |
| যুৱক | - | যিদিনা ফুলিছিল |
| যুৱতী | - | স্নিগ্ধ ৰজনীগন্ধা |
| যুৱক | - | পল্লৱে পল্লৱে |
| যুৱতী | - | মনৰ মাধুৰী সনা |
| দুয়ো একেলগে | - | জোনাকত মিলিছিল<br>দুখনি আবেগী হিয়া<br>গাইছিলোঁ গান সিদিনা<br>প্ৰাণৰ সুৰভি ঢালি .... সিদিনা |
| যুৱক | - | জাকি মাৰি উৰিছিল |
| যুৱতী | - | ৰঙীন পখিলাবোৰ |
| যুৱক | - | হৰষিত কৰিছিল |
| যুৱতী | - | জোনাকী সন্ধিয়া মোৰ |
| দুয়ো একেলগে | - | মলয়াত মিলিছিল<br>দুখনি আবেগী হিয়া<br>গাইছিলোঁ গান সিদিনা .... আ.... আ।<br>প্ৰাণৰ সুৰভি ঢালি .... সিদিনা .... |
| যুৱক | - | তুমি হেঁপাহৰ খনি |
| যুৱতী | - | তুমি পদ্মৰাগ মণি |
| যুৱক | - | সীমাৰ পৰিধি ভাঙি |
| যুৱতী | - | উৰিব নোৱাৰোঁ আমি |
| দুয়ো একেলগে | - | মাটিতে সৰগ ৰচোঁ<br>হৃদয়েৰে দিয়া নিয়া<br>গাইছিলোঁ গান সিদিনা .... আ.... আ<br>প্ৰাণৰ সুৰভি ঢালি .... সিদিনা ....।। ❑ |

যুৱক - বসন্তৰ কঁহুৱা ফুল
কাৰেনো কাৰণে হালিছ-জালিছ
কিয়নো কৰিছ ভুল ...

যুৱতী - লুইতৰ পানীতে অ' অ' সোণ
কোনে সাঁতুৰিলে অ' অ' সোণ
চিন চাব পাবলৈ নাই
মনৰে পথাৰত
কোনে সাঁতুৰিলে
ভাবত ভুলে লাগি যায়...

যুৱক - হয়নে?
চাইনো চাই বুলিবি বাট
মোৰ লগৰী
চাইনো চাই বুলিবি বাট
জীৱনৰ বাটতে আছে খলা বমা
পিছলি পৰিবি তাত ...

দুয়ো একেলগে - আমাৰে জীৱনটো অতি আলসুৱা
যেন পদুমৰে পাহি
প্ৰতি খোজে খোজে যাবি সাৱধানে
বিপদ-বিঘিনি লৈ চাবি।। ❑

যুৱক - তোমাৰ চকুৰ মধুৰ ভাষাই
নীৰৱে সঁহাৰি আনিলে

যুৱতী - তোমাৰ বুকুৰ মৰম কণাই
গোপনে শেৱালি ফুলালে

যুৱক - ধূলিৰ ধৰণী ধুৱলি-কুঁৱলী
মন মেঘাচ্ছন্ন মোৰ

যুৱতী - মোৰো ভাবনাৰ নাই পাৰা পাৰ
দুখৰ হ'বনে ওৰ -

দুয়ো একেলগে - তোমাৰ হিয়াৰ বাতৰি বিচাৰোঁ
পলে পলে অনুপলে —
তোমাৰ বুকুৰ মৰম কণাই
গোপনে বুকুৰ মৰম কণাই
গোপনে শেৱালি ফুলালে —

যুৱক - জীৱন নদীৰ কোবাল সোঁতত
পাল তৰা নাও হৈ

যুৱতী - উটি-ভাঁহি যায় অলেখ সপোন
বৈ যায় যায় বৈ

দুয়ো একেলগে - ৰামধেনু ৰঙে দিগন্ত প্ৰসাৰি
আশা ছটিয়াই দিলে
তোমাৰ বুকুৰ মৰম কণাই
গোপনে শেৱালি ফুলালে....।। ❑

| | | |
|---|---|---|
| একেলগে | - | যাওঁ আমি দুয়ো ব'লা নদীৰ পাৰলৈ<br>মনে মনে কথা পাতিম নিৰিবিলি কৈ |
| যুৱক | - | নদীৰ পাৰত বলে আজি মলয়াৰে বা |
| যুৱতী | - | ঢৌৱে ঢৌৱে খেলি ফুৰে ৰঙা বেলিৰ ছাঁ |
| দুয়ো একেলগে | - | নীলা আকাশ দোঁৱাই আনি কোঁচত ভৰাই লৈ<br>মনে মনে পাতিম নিৰিবিলি কৈ ...<br>যাওঁ আমি দুয়ো ব'লা .... নিৰিবিলিকৈ |
| যুৱক | - | জাক মাৰ ডৰে পখা পাখত লগাহ পাখ |
| যুৱতী | - | তোমাৰ লগত উৰিবৰ মন চৰাই উৰা দেখি |
| দুয়ো একেলগে | - | সেউজীয়া দূৰৈৰ পাহাৰ বুকুত সুমাই লৈ<br>মনে মনে কথা পাতিম নিৰিবিলিকৈ<br>যাওঁ আমি দুয়ো ব'লা .... নিৰিবিলিকৈ |
| যুৱক | - | আকাশ ফালি ওলাই যদি কাঁচি জোনৰ নাও |
| যুৱতী | - | জোনাকেৰে পাল তৰি দিগন্তলৈ যাম .... |
| দুয়ো একেলগে | - | জিকি মিকি তৰা ফুলত দুয়ো সোমাই লৈ<br>মনে মনে কথা পাতিম নিৰিবিলিকৈ<br>যাওঁ আমি দুয়ো ব'লা.... নিৰিবিলিকৈ....।। ❑ |

ৰংমন ৰঙিলীৰ কথা
ৰঙালী বিহুতে নাচোঁতে বাগোঁতে
গাতে লাগিলে লেঠা

ৰংমন ঃ অ' ৰঙিলী কি কৰ এতিয়া
সমাজে জানিলে এঘৰীয়া কৰিব
সমাজৰ যিহে এঠা
ৰংমন ৰঙিলীৰ কথা....

ৰঙিলী ঃ অ' ৰংমন কি কৰ এতিয়া?
লগৰ ছোৱালীয়ে ফিচিঙাই হাঁহিব
ক'ত মুখ লুকুৱাই থঁম
পথাৰলৈ যাওঁতে চুপতি মাৰোঁতে
কেনেকৈ লুকুৱাই থ'ম
কেনেকৈ এতাৰি হ'ম...
পিছে লুইতৰ জীয়াধল কেনেকৈ ভেটিবি
কেনেকৈ ধৰিবি ব'ঠা?
ৰঙালী বিহুতে নাচোঁতে বাগোঁতে...

ৰংমন ঃ অ' ৰঙিলী তই নকৰিবি ভয়
বিপদে-আপদে (সম্পদে) তোৰ গাৰ ছাঁ হৈ
তোৰে কাষত আছোঁ মই
এই ব'হাগতে বিয়াখন পাতি মই
ঘৰলৈ আহিম তোক লৈ
সমাজে জানিব, ৰাইজে বুজিব
আমাৰ পীৰিতিৰে কথা
সঁচা মৰমকে এৰিম কেনে কৰি
চেনেহ পীৰিতিৰে এঠা
ৰংমন ৰঙিলীৰ কথা......।। □

যুৱতী ঃ বতৰ ডাৱৰীয়া, নদী কাষৰীয়া ঘনকৈ কঁপিছে বুকু
ফেনে-ফোটোকাৰে বৰ লুইত বাঢ়িছে কাষৰত কেনেকৈ থাকোঁ?
আহচোন ৰংমন, সাজচোন ভুৰখন বুৰিছে সকলো সাঁকো
ভৰ যৌৱনতে ধুমুহা আহিছে সহায় সাৰথি নাই একো
ফেনে-ফোটোকাৰে বৰ লুইত বাঢ়িছে কাষৰত কেনেকৈ থাকোঁ?

যুৱক ঃ চাপি আহ ৰহদৈ, ভুৰ সাঁজো খৰকৈ এতিয়াই আঁতৰি যাওঁ
টালি-টোপোলাৰে পোনাকিটা বান্ধিলৈ ওখ ঠাই ক'ত্তৰো পাওঁ!

দুয়ো একলগে ঃ
পৰ্বতে-নদীয়ে হুৰ্ হুৰ্ কৰিছে শিল মাটি আহিছে খহি
গৰু-ম'হ-ছাগলী উটি উটি আহিছে আৰ্তনাদ আহিছে ভাঁহি
চৰকাৰী ধনলৈ আশা পালি থাকিলে হেৰুৱাব লাগিব তোকো
ফেনে-ফোটোকাৰে বৰ লুইত বাঢ়িছে কাষৰত কেনেকৈ থাকোঁ? ❑

শৰতৰ শেৱালি বতৰত
কেনেকৈ বান্ধো মোৰ মন
তকুশা ডাৱৰে দিছে কিহৰ সন্ধান
ৰিব্ ৰিব্ মলয়াতো মায়াৰ বন্ধন
কেনেকৈ বান্ধো মোৰ মন।।

তৰা চিক্‌মিক্ নিটোল আকাশ
বা ৰিব্‌ৰিব এজাক বতাহ
উৰণীয়া মন চাটি ফুটিখন
ফুলে ফুলে মৌ গোপন গোপন
গোপন, গোপন, গোপন, গোপন।

আহোঁ নাহোঁকৈ শৰৎ আহিছে
চাহ বাগিচাত মাদল বাজিছে
কোন লচ্‌মীৰ খোপাৰ চুলিত
আঁউসীৰ আন্ধাৰে নাচিছে
মৃদু মৃদুকৈ শৰৎ আহিছে

ৰূপ গলা এই জোনালী নিশাত
বুধুবাৰ ৰাগী লাগিছে
তেজে ঘামে দেহা একাকাৰ হৈ
বুকুৰ মৰম জাগিছে

ী, লচ্‌মী অ', অ' লচ্‌মী
আমি তোৰ মৰম জানিছে
জিন্‌দেগি মোৰ তোকে দিলোঁ আজি
তোৰ কে'লৈ ভয় লাগিছে?
তোৰ কে'লৈ ভয় লাগিছে??
কোন লচ্‌মীৰ চুলিৰ খোপাত আঁউসীৰ আন্ধাৰ নামিছে...।। ❑

আকাশমুখী শেৱালিয়ে আজি মাটিক চুমা খালে
মাটিয়ে সাবটি শেৱালিক ধৰি হিয়াৰ বতৰা যাচিলে
শেৱালি, শেৱালি, তুমি ইমান কোমল, ইমান চঞ্চল
ইমান মৰমী কিয়....?
লাজতে মৰহি শেৱালি পাহিয়ে নিয়ৰে ওৰণি টানিলে
মাটিয়ে সাবটি শেৱালিক ধৰি আলফুলে চুমা খালে

আহিন আহিলে আকাশে হাঁহিলে নীলাৰ ৰহণ সানি
সেউজী সঁজালে পেখন ধৰিলে শইচৰ বাতৰি আনি
মাটিৰ বুকুত শুই শেৱালিয়ে প্ৰণয় মদিৰা পিয়ালে
মাটিয়ে সাবটি শেৱালিক ধৰি হিয়াৰ বতৰা যাচিলে
অ' অ' অ' অ'.... আলফুলে চুমা খালে...।। ❑

নিবিড় জোনাক নিশাৰ বতৰা
শাৰদী ৰাণীয়ে দিয়ে
বকুল বনৰ দূবৰিৰ বুকু
চেনেহে টৌৱাই নিয়ে ....

ৰূপালী জুৰিৰ দাপোণখনিত
জোনায়ে দিলেহি বুৰ
শুকুলা শেৱালি তলভৰি সৰি
হিয়াতে জগালে সুৰ
সেই সুৰে কাৰ সোঁৱৰণী আনি
গুপুতে বতৰা দিয়ে
বকুল বনৰ দূবৰিৰ বুকু
চেনেহে টৌৱাই নিয়ে ....

শৰত কোঁৱৰৰ চুমা পৰশনে
শাৰদী ৰাণীক উতলা কৰে
প্ৰণয় অগনি সহিব নোৱাৰি
নিয়ৰে নয়ন আৱৰি ধৰে
কঁহুৱা কোমল আবেগী পৰশে
জীৱন মদিৰা পিয়ে
বকুল বনৰ দূবৰিৰ বুকু
চেনেহ টৌৱাই নিয়ে .......।। ❑

মুকুতা যেন নিয়ৰ কণা গালে মুখে সানি
কোন পথে যোৱা তুমি অ' শাৰদী ৰাণী
শুকুলা শেৱালি মালা খোপাত গুঁজি লৈ
কাৰ বাবে অপেক্ষিছা লাজুক লাজুক কৈ
খোজত তোমাৰ পদুম ফুলাই ওৰণিখন টানি
কোন পথে যোৱা তুমি শাৰদী গোসাঁনী

মোহনীয়া দেহৰ ভাঁজত ডাৱৰ লুকাই লৈ
সমীৰণৰ মৃদু সুবাস বুকুত গোপন কৈ
আঁচলৰে এচাটি বা' কাকে দিবলৈ
কাৰ বাবে খোজটি দিছা লাজুক লাজুককৈ
সপোন ৰঙীন আলসুৱা হিয়াৰ আবেশ সানি
কোন পথে যোৱা তুমি অ' শাৰদী ৰাণী...

শ্যামলী ধৰণীখনি ৰূপেৰে সজাই
ৰূপ-গলা ঝৰণাৰে নিজৰাবোৰাই
আগমনি কাৰে বাৰ্ত্তা গুপুতে ধিয়াই
কাৰ বাবে ৰৈ আছা আল্পনা সজাই
কোৱা কোৱা শাৰদীমা, সপোন মায়াবিনী
কোন পথে যোৱা তুমি অ' শাৰদী ৰাণী...??

তোমাৰ বাবে আবেগেৰে বুকুত মৰম লৈ
শৰত কোঁৱৰ আছে নেকি পথৰ শেষত ৰৈ
আছে নেকি তোমাৰ বাবে মিলন মন্দিৰত
ৰূপ-গলা ঝৰণাৰে ৰূপালী পাৰত
কোৱাঁ কোৱা সপোন ৰাণী সৰল মন্দাকিনী
কোন পথে যোৱা তুমি শাৰদী গোসাঁনী।। ❑

এই ফুলোঁ ফুলোঁ পথাৰ খন
এই উৰোঁ উৰোঁ মন
শাৰদী ৰাগীৰে উতলা ধৰণী
সুৰে সুৰে বিতোপন
এই ফুলোঁ ফুলোঁ পথাৰখন
এই উৰোঁ উৰোঁ মন ....

দুবৰি বুকুত শেৱালি সৰিছে
শুকুলা মুকুতা মণি
জোনাকী পদূলি গোন্ধে আমোলমোলায়
আহিছে শাৰদী ৰাণী
ৰূপ ছটিয়াই সোণ ছটিয়াই
লুকা ভাকু খেলে জোন
শাৰদী ৰাগীৰে উতলা ধৰণী
সুৰে সুৰে বিতোপন...

কবিতা কুঁৱৰী ফুৰে উৰি উৰি
শ্যামলী বনৰ মাজে
কঁহুৱা কোমল ওঁঠৰ ভাষাৰে
বুকুৰ সুধালী যাচে
শাৰদী সখীৰে উমলি জামলি
কতনা চুপতি খন
এই ফুলোঁ ফুলোঁ সেউজী সঁজাল
এই উৰোঁ উৰোঁ মন।। ❑

শাৰদী নিয়ৰে ঢকা, কোমল কঁহুৱা ডৰা
দুবৰিৰ মিনা কৰা বুকু
সুবাস উপচি পৰে শেৱালি সৰৱ কৰে
চকু দিলে ৰৈ যায় চকু

ৰিব্ ৰিব্ ৰিব্ ৰিব্ জিক্ মিক্ মিক্
মানৱৰ পৃথিবীয়ে হাঁহে উল্লাসত
দূৰণিৰ সমীৰণে সুৰুযৰ বিকিৰণে
আকাশ কুসুম আঁকে সেউজী পাতত ...

তাতে পৰি পখীটিয়ে গীত গাই ছেৱে ছেৱে
দেখিলে উথলি উঠে বুকু
সুবাস উপচি পৰে শেৱালি সৰৱ কৰে
চকু দিলে ৰৈ যায় চকু

নিজান নীৰৱ নিশা বিচাৰি মনৰ দিশা
কুলিটিৰ ভাঁহি আহে কুউ কুউ মাত
তাতো আছে মাদকতা, বিৰহৰ গভীৰতা
ৰাঁই-জাঁই দেহা-মন পৰি যায় শাঁত।। ❑

শান্ত পৃথিৱীৰ ৰূপহী জোনাক
কি দৰে আদৰি সম্ভাষো তোমাক
শ্যামলী কোলাত সুৰ ছটিয়াই
মিঠা কাকলিৰে জগালা আমাক....

হিয়াৰ বতৰা কাণে কাণে ক'লা
স্নিগ্ধ শেৱালিৰ মালাও গাঁথিলা
ৰূপহ কোঁৱৰৰ বাতৰি বিচাৰি
মুখৰ কৰিলাঁ শাৰদী হিয়াক
শ্যামলী কোলাত .... আমাক

ডাৱৰে ডাৱৰে শুকুলা মেঘেৰে
ৰথখনি কোনে সজাই ফুলেৰে
কঁহুৱা কোমল নিশ্বাসেৰে তুমি
আঁকি গালে মুখে অলেখ চুমাক
শ্যামলী কোলাত ...................।। ❑

তুমি শুই থাকা গীতৰ শয্যাত
মোক মাথোঁ এটি মূৰ্চ্ছনা দিয়া
সপোনৰে গাথা সুৰৰেই মালা
পূৰবী কোমলা শাৰদী প্ৰিয়া ...

তুমি ধৰণীৰ শ্যামলী সুষমা
মলয়া মাধুৰী মৰমী হিয়া
লুকা-ভাকু খেলি শুকুলা ডাৱৰে
ৰূপালী ৰূপেৰে টৌৱাই নিয়া ...

তুমি গোলাপৰ কোমল পাপৰি
নিয়া তুমি মোক চেনেহে আদৰি
ৰেণুৰে বোলোৱা গোলাপী গালৰ
এটি আলসুৱা পৰশ দিয়া

নিবিড় জোনাকী নিশাৰ চুমাৰে
তুমি শৰতৰ লাজুকী হিয়া
ফুলে ফুলে অলি, প্ৰতিভাত ৰেণু
প্ৰণয় মদিৰা পিয়াই দিয়া ....
সুৰৰ শয্যাত শেৱালি ফুলাই
খেলি লুকা ভাকু দহিছা হিয়া
এবুকু নীলাৰে যৌৱনা শাৰদী
লোৱা আঁকোৱালি মৰমী প্ৰিয়া।। ❑

টোপ্ টোপ্ নিয়ৰ সৰে
কঁহুৱাৰ পাতে পাতে মুকুতা পৰে
ৰূপ কুঁৱৰীৰ মধুৰ তন্দ্ৰাত
আকাশে সুহুৰি মাৰে
ৰূপালী দেহাৰ সোণালী ভাঁজত
নিয়ৰ মুকুতা সৰে
টোপ্ টোপ্ নিয়ৰ সৰে ...

আ.... আ.... আ....
আ.... আ.... আ....
ৰূপকোঁৱৰৰ সোণৰ কাঠিত
আৱেশ তন্দ্ৰা হৰে
পুৱা সূৰুযৰ মধু পৰশত
জিল্ মিল্ ৰহণ চৰে....
টোপ্ টোপ্ নিয়ৰ সৰে..

শাৰদী ৰাণী সপোন মৰমী
শেৱালি উপচি পৰে
চকুৰ পাহিত মধুৰ হাঁহিত
ইন্দ্ৰমালতী দোলে ....
টোপ্ টোপ্ নিয়ৰ সৰে....।। ❑

মোৰ চোতালৰ শেৱালি জুপিত
নিয়ৰ কণিকা সৰে
বাটৰ দূবৰি পছোৱাত লৰি
মনকে আমনি কৰে

জোনাক যামিনী আকাশী তৰালি
মন মোৰ উঠলি উঠে
মৃদু সমীৰণে সৌৰভ যাচি
হিয়া উন্মনা কৰে...
গীতি কবিতাই মৰম বিলাই
মধু আলপনা আঁকে
বাটৰ দূবৰি পছোৱাত লৰি
মনকে আমনি কৰে....

শৰতে আনিছে জীৱনলে' মোৰ
কঁহুৱা কোমল অনেক স্মৃতি
স্মৃতিৰ পটত জিলিকি উঠিছে
জীৱন প্ৰেৰণা মধুৰ গীতি
তুলসী তলৰ বন্তি শিখাই
ধৰণী পোহৰ কৰে
বাটৰ দূবৰি পছোৱাত লৰি
মনকে আমনি কৰে....।। ❑

অ' শৰতৰ জোনালী
মোৰ মন আজি উদুলি-মুদুলি
ছন্দেৰে ভৰা গধূলি

নৈৰে পাৰতে বিৰিণা বাউলি
দূবৰি বনতে শুকুলা শেৱালি
জাকি মাৰি উৰে আকাশী শৰালি
ছন্দেৰে ভৰা গধূলি

মন আকাশলৈ আলফুলকৈ
শৰত আহিছে আহোঁ নাহোঁকৈ
নিৰব হিয়াৰ বননি কঁপাই
ভাঁহিছে পখীৰ কাকলি
ছন্দেৰে ভৰা গধূলি
ছন্দেৰে ভৰা গধূলি...।। ❑

সুৰে সুৰে মোৰ শেৱালি মন
হয় উচাটন
এইয়া যে শৰতৰ আগমন
বিতোপন, অ' বিতোপন

ফুলে ফুলে মোৰ কঁহুৱা বন
বা আলোড়ন
এইয়া যে শাৰদীৰে আয়োজন
বিতোপন অ' বিতোপন

মেঘে মেঘে মোৰ কবিতা মন
দোলে সমীৰণ
ফুল পাহে পাহে
শব্দৰ ছন্দ চয়ন
এইয়া যে শৰতৰ আয়োজন
বিতোপন অ' বিতোপন।। ❑

যদি শৰত নামে পৃথিৱীত
যদি জোনাক সৰে শেৱালিত
তোমাৰ বুকুৰ প্ৰেমৰ সুবাস
সিঁচি দিবা তুমি মোৰ শেতেলিত

এজাক পখিলা আহে উৰি
লয় লাসে নামে ঘূৰি ঘূৰি
তোমাৰ বাতৰি কয় কাণে কাণে
মই শুনো প্ৰাণ ভৰি
গোপনে গোপনে নিজানত
মোৰ মন নাচে উলাহত
যদি জোনাক নামে পৃথিৱীত

কঁহুৱাই মিচিকি হাঁহে
নিয়ৰত মুকুতা ভাঁহে
ফুল ফুলে হালে-জালে গোপনে সপোন
মিলন পিয়াসী আজি আমাৰ মনত
যদি জোনাক নামে পৃথিৱীত....।। ❑

শেৱালি ফুলা আবেলিৰ মন
আকাশী নীলাত তিৰ্‌বিৰাই
তোমাৰ প্ৰাণৰ সঁহাৰি বিচাৰি
গোপনে গোপনে গুণ গুণাই
তোমাক বিচাৰি বা পায় নাপায়?

জীৱন যদি ফাগুন বনৰ
সৰাপাতৰ লানি
তাতে এখন ছবি আঁকিম
সেউজীয়া সানি

ফুলে ফুলে ডালে ডালে
যায় আগুৱাই
তোমাক বিচাৰি আজি পায় বা নাপায়
অ' পায় বা নাপায়...।। ❑

খুলি দিয়া ৰুদ্ধ দুৱাৰ
শৰতৰ আকাশৰ কাঁচি জোন বৈ আছে
খিৰিকীৰ কাষতে তোমাৰ
খুলি দিয়া ৰুদ্ধ দুৱাৰ

ফুলি আছে নিশাৰ শেৱালি
জ্বলি আছে জক্‌মক্ অযুত তৰালি
দুবৰিৰ দলিচাতো শেৱালিৰ মাদকতা
শাৰদী বেলাৰ
খুলি দিয়া ৰুদ্ধ দুৱাৰ

চুমি যাওক নিশাৰ নিয়ৰে
পৰশক শাৰদী জোনাকে
আন্ধাৰৰ মণিকোঠা পোহৰে উদ্ভাসি ৰওক
এই মিঠা শৰতৰ
খুলি দিয়া ৰুদ্ধ দুৱাৰ।। ❑

ৰঙে ৰং চৰালে আকাশ উজলালে
আহিনে আনিলে হাঁহি
কোমল কুঁৱলীয়ে কাকে আদৰিলে
ফুলালে শেৱালি পাহি অ'
ফুলালে শেৱালি পাহি

আই দশভূজা, নিবেদিছোঁ পূজা
দুৰ্গতিনাশিনী দেৱী
মহিষাসুৰমৰ্দিনী, প্ৰশান্তিদায়িনী
চৰণে প্ৰণামো আমি

নীলা নীলোৎপল শোভে শতদল
শৰতে বজালে বাঁহী
কাতিৰ কুঁৱলীয়ে কাকে আদৰিলে
ফুলিলে শেৱালি পাহি অ'
ফুলিলে শেৱালি পাহি। ❑

নিয়ৰ কোমল পৃথিৱী যেতিয়া এনিশা জোনাকে আৱৰি ধৰে
দূৰৈৰ পৰা তেতিয়াই জানা শৰত কোঁৱৰে ভুমুকি মাৰে
ৰাগ-অনুৰাগে লাজুকী প্ৰিয়াৰ শেৱালি খোপাৰ ওৰণি টানি
ৰুণুক জুনুক নূপুৰ বজাই বাঁহীৰ সুৰেৰে বাতৰি আনি
তুলসী তলত বন্তি গছিয়ে চোতালৰ আগ পোহৰ কৰে
দূৰৈৰ পৰাই তেতিয়াই জানা শৰত কোঁৱৰে ভুমুকি মাৰে

জিএঙা পাখি যেন আঁচলখনিত ৰামধেনু ৰং ছটিয়াই দিয়ে
চুচুক-চামাক, চঞ্চল মন নিয়ে উৰুৱাই, উৰুৱাই নিয়ে
শুকুলা মেঘৰ আকাশী যানত মন মেলি দিলোঁ প্ৰেমৰ পথে
দূৰৈৰ পৰা তেতিয়াই জানা শৰত কোঁৱৰে ভুমুকি মাৰে। ❑

শেৱালি - শৰত তুমি কিমান দূৰৈত
আৰু যে নোৱাৰোঁ থাকিব বৈ?
বৈ বৈ মোৰ আমনি লাগিছে
দুধাৰি লোতক আহিছে বৈ

শৰৎ - শেৱালি লাহৰি মোৰ মনৰ দীপাৱলী
কিয়নো তেনেকৈ কোৱা?
তোমাৰ বাবেই বাট কুৰি বাই
আহিছোঁ দূৰৈৰ পৰা
মেঘে ছাটি ছাটি শাওণে ধৰিছে
ভাদই আগচিছে বাটত
তথাপিও মই আবেগে উৰিছোঁ
শুকুলা মেঘৰ ৰথত।
তোমালৈ আনিছোঁ নিয়ৰৰ মুকুতা
দুবৰিত সিঁচি দিম দেই
তাতে বহি দুয়ো উমলি জামলি
মিলিম আলফুলকৈ
শেৱালি শৰৎ তুমি কিমান ...... বৈ। ❑

*ছন্দোময় কবিতাৰ দৰেই জীৱন এক কবিতাৰ লহৰ*
*ফুলে য'ত ব'হাগৰ কপৌ কেতেকী আৰু*
*জকমক  সুগন্ধি তগৰ*
*জীৱন এক কবিতাৰ লহৰ।*

*শীতৰ শান্ত অহল্যা পৃথিৱী*
*কোন সূৰ্যৰ স্পৰ্শত সাৰ পাই উঠিল*
*হে মোৰ প্ৰিয় ঋতু,*
*তোমাৰ বক্ষত সঞ্জীৱনীনে*
*বিশল্যকৰণী ??*

মলয়া যেতিয়া বলে
পলাশ তেতিয়া ফুলে
শুকান ধৰণী সেউজীয়া হৈ
কাণে কাণে কিনো কথা ক'লে

চৌদিশ এতিয়া বসন্তময়
প্ৰণয় ৰাগিণী গোপনে বয়
ফুলত পখিলা পখিলাত ফুল
মতলীয়া মন থমকি নৰয়

নীল বৰণীয়া আকাশ ধুনীয়া
শুকুলা ডাৱৰে খেলে
শুকান ধৰণী সেউজীয়া হৈ
কাণে কাণে কিনো কথা ক'লে....।। ❑

আজি বসন্তৰ প্ৰথম পলাশ দেখিলোঁ
আৰু মোৰ হিয়া সেই পলাশকে
আলফুলে সঁপি দিলোঁ

পলাশৰ ৰঙা পাপৰিয়ে মোক
হাত বাউলি মাতে
বছৰৰ বাতি কঢ়িয়াই আনি
বুকুৰ মৰম যাচে
দেশে দেশে মই পলাশে পলাশে
ফাগুন বিলাই গ'লোঁ
আৰু মোৰ মন সেই পলাশতে
আলফুলে সঁপি দিলোঁ ...

অ' পলাশ, মোৰ ৰঙীন পলাশ
প্ৰাণৰ পলাশ মোৰ
প্ৰণয় প্ৰতীক ফুলৰ কোঁৱৰ অযুত স্বপ্ন তোৰ
সিঁচি দে মোৰ উৰুঙা মনত
কাণে কাণে মনে মনে মই ক'লোঁ
আৰু মোৰ মন এই পলাশতে
আলফুলে সঁপি দিলোঁ....।। ❑

ৰঙে ৰঙে মোৰ
সুৰৰ ফাগুন
এই বসন্তৰে বেলা
সেউজী পাতত সেউজ সপোন
উতলা ৰঙীন মেলা

ফুলে ফুলে মোৰ
আঁচল কঁপিলে
মলয়া সুবাস সনা
কপৌ কেতেকীৰ, মাধৈ মালতীৰ
গোন্ধে কৰে উন্মনা
গভীৰ নিশাৰ ঘুমটি ভাঙিলে
সখীয়তী চন্‌চলা
সেউজী পাতত সেউজী সপোন
উতলা ৰঙীন মেলা

যদিও জীৱন কোবাল গতিৰে
পানচৈ ভাঁহি যায়
মধু মিলনৰ মধুৰ মিতালী
গোপনে গুণ গুণাই....
কল্লোলিত আজি মুখৰ প্ৰকৃতি
এই বসন্তৰে বেলা
সেউজী পাতত আঁকা আছে মন
উতলা ৰঙীন মেলা...।। ☐

অ' ফাগুন, - তই আকৌ আহচোন
জীয়া লুইতৰ সোঁতৰ গতিৰে
আকৌ এবাৰ নাচচোন
অ' ফাগুন তই আকৌ আহচোন
তই আকৌ আহচোন

পচোৱাৰে মন আউল লগাই
বুকুৰ আঁচল মোৰ, নে উৰুৱাই
তোৰ আগমনে কপৌ কেতেকী
লাজুকী ঠেৰেৰে আহক ওলাই
অ' ফাগুন, কৰি গুণ গুণ
আকৌ আহচোন
তই আকৌ এবাৰ আহচোন

বৈ আছে ঐ, তোৰ পৰশলে
ফুল ফুটো ফুটো কৰি
আগলি বাঁহতে কপৌ কুৰুলীয়াই
কমোৱা ফুৰিছে উৰি
আলসুৱা মন, কৰে উচাটন
বসন্তৰ উতলা বন
অ' ফাগুন, তই কৰি গুণ গুণ
আকৌ আহচোন।। ❑

ফাগুন যেতিয়া পলাশ বনত
উৰি ফুৰে মন নতুন সাজত
শুকান পাতৰ মৃদু কঁপনিয়ে
ৰিঙা ৰিঙা কৰে মন .....

এটি কলি দুটি ফুল
কাকেনো বিচাৰি হিয়াখনি হয়
বাৰে বাৰে বিয়াকুল
বৰদৈচিলাৰ মধু আগমনে
উতলা ফাগুন বন
সৰা পাতৰ মৃদু কঁপনিয়ে
ৰিঙা ৰিঙা কৰে মন ...

ব'হাগ আহিব, নাহৰো ফুলিব
কুলি কেতেকীয়ে লহৰ তুলিব
ৰিঙা ৰিঙা মন উপচি পৰিব
আহিব শুভ লগন
সৰা পাতৰ মৃদু কঁপনিয়ে
ৰিঙা ৰিঙা কৰে মন।। ❑

উজাগৰী নিশা মোৰ
বেদনা নামিছে ঘোৰ
হিয়া ছাটি-ফুটি তোমাৰে বিৰহত
ভাবৰো নপৰে ওৰ...

বৰনৈৰ বলুকাত
কঁহুৱা দুলিছে
তুমি মোৰ কাষৰত নাই
বুকুৰে ভিতৰখন কিহবাই দহিছে
বাসনাই মাৰিছে খাই
শুকুলা মেঘেও ৰিঙিয়াই সুধিছে
লগৰী ক'তেনো তোৰ
হিয়া ছাটি-ফুটি তোমাৰে বিৰহত
ভাবৰো নপৰে ওৰ...

বুকু ৰিঙা কৰা ফাগুনৰ পথাৰত
মলয়াই দিছেহি দোলা
তোমাৰ মুখে খনি বিজুলীৰ চমক যেন
কোমল কপাহৰে জোলা...

কাষৰৰে পৰা,
তোমাক নয়ন তৰা
অন্তৰে বিচাৰে মোৰ
হিয়া চাটি ফুটি তোমাৰে বিৰহত
ভাবৰো নপৰে ওৰ....।। ❑

পচোৱা বা বলিছে ৰিঙা ৰিঙা লাগিছে
নাহৰ ফুল ফুলিছে বনত
কুলিয়ে মাতিছে কমোৱা উৰিছে
ৰাঁই জাঁই লাগিছে মনত....

ৰাতি পৰে পৰে ডাউকীৰ ডাকতে
চেনাইৰে ছবিটি ভাঁহে
এবুকু আশাৰে মনে সপোন ৰচে
চেনাই কাহানিকৈ আহে....

কেতিয়া আহিব মোৰ ধন চেনাই ঐ
কেতিয়া লগাব মাত
পুৱা দুপৰীয়া তাকে গুণি গাঁথি
পেটলৈ যোৱা নাই ভাত....

ফুলপানীছিগাতে বিহুৰ হাট বহিছে
সেন্দূৰ তেল কিনিবি তাত
মূৰৰ চুলি ছিঙি ঈশ্বৰক খাটিছোঁ
চেনাই মোৰ কুশলে থাক

(কথা ঃ যাবৰে পৰতে চেনাইয়ে কৈছিল)
তোলৈ আনোঁগে গাত বোলাবলৈ
জেতুকা বৰহমথুৰি
পৰম কপালে যদি থাকো ভালে
আহিম চাৰি দিনত ঘূৰি।। ❑

নাহৰ ফুলোঁ ফুলোঁ তগৰ ফুলোঁ ফুলোঁ
আহোঁ আহোঁ কৰি কুলি
ফাগুনে সাৰিছে মনৰ চোতালখনি
বসন্ত আহিছে বুলি

কোমল কুঁহিপাতে ৰঙত ৰং চৰাইছে
জেতুকাত বৰহমথুৰি
চেনাই অনাই বনাই বিচাৰি আনিছে
ম'হৰ শিঙৰ পেঁপা জুৰি........
নাহৰ ফুলোঁ ফুলোঁ বুলি ............

ঢোলতে ধিনিকি, পেঁপাতে টিহিটি
মাকোটিত মহুৰা ঘূৰে
জাংফাই কেৰুৰে শুৱনি আইজনীৰ
মনে উৰু উৰু কৰে
মনে উৰু উৰু কৰে
মনে উৰু উৰু কৰে.....।। ❑

নীলা আকাশত তৰাৰ দীপাৱলী
ব'হাগী আহিছে বুলি
শুকান বিৰিখতে নাচে কুঁহিপাতে
আহিল বসন্তৰে কুলি ...

গোলাপ, তগৰ, মাধৈ মালতী
গোন্ধে আমোলমোল কৰে
কাঁইটৰ মাজৰে কেতেকীৰ সুবাসে
দুপৰৰ ঘুমটি হৰে
কপৌফুল ফুলিছে, পচোৱাত দুলিছে
নাহৰে পেলাইছে কলি
নীলা আকাশত তৰাৰ দীপাৱলী
ব'হাগী আহিছে বুলি।

বৰঘৰৰ ফুটিছে ৰুৱা ঐ মাৰল
ৰু ৰু পচোৱাৰ বা
মনৰ মানুহজনী ক'তে সোমাই থাক
বিহুগীত এফাকি গা...
ঘৰ জেউতি নাচনী, কামৰ নাই তৰণি
বিহুটি আহিছে বুলি
শুকান গছ বিৰিখত নাচে কুঁহিপাতে
আহিল বসন্তৰে কুলি।। ❑

চেনেহী গাঁৱে মোক ৰিঙিয়াই মাতিছে
গাঁৱলৈ উলটি যাওঁ
চিকুণী গাঁৱৰে মৰমী পঁজাতে
সৰগী অমিয়া পাওঁ

ভোগদৈৰ কাষতে সেউজী ধাননি
মলয়াই দোলাইছে মন
ৰিব্ ৰিব্ পচোৱাই বাতৰি আনিছে
কৰিছে আমনিখন

গাঁৱৰ নামেঘৰত হৰি নাম বৰগীত
সবে মিলিজুলি গাঁও
চিকুণী গাঁৱৰে মৰমী পঁজাতে
সৰগী অমিয়া পাওঁ

বাৰীত আমোলমোলাই তগৰ ঐ মালতী
মনত আমোলমোলাই মৌ
মৰম চেনেহেৰে ইটিয়ে সিটিয়ে
বিয়পাই শান্তিৰ ঢৌ

লাজুকী বোৱাৰী ডেকা-গাভৰুৱে
আমাৰে শুৱনি গাঁও
চিকুণী গাঁৱৰে মৰমী পঁজাতে
সৰগী অমিয়া পাওঁ।। ❑

আহে এটি ক্ষণ, বসন্ত লগন
কোঁহে কোঁহে আজি সেউজী আহে
ৰঙে ৰঙে আজি পৃথিৱী হাঁহে
মন উজ্জ্বল, প্ৰাণ চঞ্চল
টল্ বল, কিনো টল্ বল।

গা তই বিহুৱা গা
বিহু নাম এফাঁকি গা
অসমৰ ৰাইজে মাউথে উজাইছে
পাছলৈ উভতি চা

বছৰৰ মূৰত বিহুটি আহিল
হিয়াত কপৌ কেতেকী ফুলিল
আকাশ উজ্জ্বল
বতাহ, নিৰ্মল পৃথিৱী শ্যামল।। ❑

মুগাৰ ৰিহা পিন্ধি জকমক্ তই তৰাদৈ
(খোপাত কপৌ গুঁজি জকমক্ তই তৰাদৈ)
মনৰ কথা ক'বলৈ তই নাহ জানো কাষলৈ
তৌলে তৌলে মোৰ হিয়াখনি আছুতীয়া ঐ
কেনেকৈ,কেনেকৈ, বুজাওঁ মই, নাহ যদি তই
মোৰ কাষলৈ

ঐ বোৱা বেলি বিহুতে
আছে জানো তোৰ মনতে
ঐ বিৰিণাৰ আঁৰতে
পৰে জানো তোৰ মনতে
দিছিলি তামোল খনি তই ঐ তৰাদৈ
কোনেও, কোনেও নেদেখাকৈ
কেনেকৈ, কেনেকৈ বুজাওঁ মই নাহ যদি তই
মোৰ কাষলৈ

ভয় নকৰিবি .... অ' তৰাদৈ
বিশ্বাস ৰাখিবি অ' তৰাদৈ
তোকে মই পাহৰি নাযাওঁ সোণ লাহৰি
এইবেলি, এইবেলি জীৱনৰ লগৰী
কথাটো পাতিছো মই
কেনেকৈ, কেনেকৈ বুজাওঁ মই নাহ যদি তই
মোৰ কাষলৈ....।। ❑

(মুগাৰ ৰিহা পিন্ধি জকমক্ তৰাদৈ বা কপৌ গুঁজি জকমক্ তই তৰাদৈ'ৰ যি কোনো এটা শাৰীৰে গায়কে গাব পাৰিব।)

— গীতিকাৰ

এই ৰঙীন ফাগুনত
তৰা ভৰা জোনাকত
নিৰিবিলি নিজানত
তুমি মোৰ বুকুৰ মাজত

অ' ফাগুনত, মোৰ উদাসী জীৱনত
তই সিঁচি দে এচাটি ৰং
পলাশ বনানি আবিৰ আবেলি
নয়নে মিলাই নয়ন

এই নিবিড় লগনত
তুমি মোৰ বুকুৰ মাজত

অ' ফাগুন
তই মোৰ মলয়াৰ গুণ গুণ
কাকো নক'বি, গোপনে ৰাখিবি
ডকা পাকনৈয়াত উটুৱাই নিনিবি
এই প্ৰেমৰ আবিৰক
তুমি মোৰ বুকুৰ মাজত।। ❑

তোমাৰ এখন চিঠিৰ বাবে
বৈ আছোঁ মই
কি বাতৰি থাকিব তাত
মৰম মৰম কৈ!

জানো তুমি ভাল পোৱা গুপুতে গুপুতে
কাকো নজনোৱা তুমি ৰাখিছা মনতে

যোৱা বেলি ব'হাগতে আহিছিলা তুমি
মনৰ কথা পাতিছিলোঁ আমি ভাবি গুণি
লিখিবানে এইবেলি ধন আহিম বিহুলৈ
কি বাতৰি লিখিবা তাত মৰম মৰম কৈ!

নাহৰ, কপৌ, কেতেকীয়ে তোমাৰ কথা সোধে
পাতৰ আঁৰত কুলিটিয়ে কুউ কুউকৈ মাতে
বসন্তৰে কুঁহিপাতে মিচিকিয়াই হাঁহে ...
তোমাৰ আমাৰ মিলনৰে মধুমালা গাঁথে

লিখিবানে আহিম বুলি বিহুত ঘৰলৈ
কি বাতৰি থাকিব তাত মৰম মৰম কৈ?? ☐

এয়াতো নহয় ৰং মাথোঁ আবিৰৰ
এয়াতো নহয় ৰং মাথোঁ ক্ষণিকৰ
এইয়া ৰং ৰঙে ভৰা মন ফাগুনৰ
হিয়াৰ উতলা ক্ষণৰ ....

পলাশ ব-ন-নি, ........ হিয়াৰ অ-গ-নি
জুৰ পৰি যায় মন তোৰ পৰশত
যৌৱন বন জুৰি, কুলিয়ে কুজন ধৰি
লুকা-ভাকু ফাকু খেলে ভৰ দুপৰত
সেউজীয়া সমীৰণ জাগে নৱ আলোড়ন
বিবসনা বাসন্তীৰ সুৰ আবেগৰ
এয়াতো নহয় ৰং মাথোঁ আবিৰৰ
এয়াতো নহয় ৰং মাথোঁ ক্ষণিকৰ
এইয়া ৰং ৰঙে ভৰা মন ফাগুনৰ
ৰং মন ব-স-ন্ত-ৰ
ৰং মন ব-স-ন্ত-ৰ.... ❑

আমাৰে গাঁৱৰে ৰূপহী চুপহি
কেলেই মনে মাৰি থাক
বিহুৰে বিহুৱান কালৈ সাঁচিছিলি
জপাতে মৰহি যাব ঐ ৰূপহী
কেলেই মনে মাৰি থাক ঐ চুপহি
তয়ে মনে মাৰি থাক....

গছত ফুল ফুলিছে, ডাল দোঁৱাই আনিছে
নাচিছে কঁহুৱা বন
মনত মোৰ পোৱণি দেহাত মোৰ পোৱণি
ৰমে ৰমাই বুকুখন
হেঁপাহৰ বিহুৱান কালৈ সাঁচিছিলি
সাঁচি থৈ দিছিলি বৈ
তই মোৰ ৰূপহী, তই মোৰ চুপহি ঐ

কালৈ সাঁচিছিলি বিহুৰে বিহুৱান
নক'লে নুবুজোঁ মই
তোৰ মন কেতেকী কোনে কাঢ়ি নিলে
নক'লে নহ'ব তই
মোৰ চেনাই ধন নক'লে নুবুজোঁ মই
সেউতী বাখৰী, আহ ধন লাহৰি
নক'লে নেৰিছোঁ মই...।। ❑

সৰু সৰু সুৰুঙাত সৰু সৰু আলিয়েদি
সৰুমাইৰ ঘৰলৈ যাওঁ
গৰকাত ভৰি থৈ মাকোটি হাতত লৈ
সৰুমায়ে তাঁত বোৱা চাওঁ

বোলো সৰুমাই অ' বোলো সৰুমাই
সাজি কাঁচি আহিছে ব'হাগৰ বিহুটি
অ' তোৰ গাত লাগিছেনে নাই

চেলেং ছকঠীয়া শালতে আছে
জোৰ ফোঁট-মাৰতিয়ে কিনো ফুল বাছে
তোৰ পিছে মোলৈ মৰম কিমান
এই বেলি বিহুতেহে তাৰ চিন চাম

যোৱা বেলি বিহুটোত বিহু চেৰা হ'ল
ঢোলৰ বৰটি মোৰ ছিগিয়েই ৰ'ল
এইবেলি একা চেকা সময়ৰ স'তে
মিতিৰালি পাতোঁ মই চ'তৰ বিহুতে
সৰুমাই ঐ বিহু মাৰিবলৈ ওলাই আহিবি দেই
ওলাই আহিবি দেই
ওলাই আহিবি দেই....।। ❑

বৈ যোৱাচোন মাকন
লৈ যোৱাচোন চিঠিখন
যদি আছে তোমাৰ মন
পাতিমনো মই বিয়াখন....

গছত ফুলে কপৌ ফুল
কেলৈ লাগে জাতি কুল
পাহাৰ ফালি নিজৰা বয়
বুকু ফালি প্ৰেমৰ ৰোল
মাকন তুমি মৰম লগা
চকু জুৰি মোহনীয়া
নকৰিবা আমনিখন
তোমাৰ লগত তেজিম জীৱন
দিয়া যদি তোমাৰ মন
পাতিম নো মই বিয়াখন ....।। ❑

কুলিয়ে মাতিলে পচোৱা বলিলে
তোমালৈ মনত পৰে
মনৰ গোপন কথা বুজাও কেনে কৰি
যৌৱনে আমনি কৰে
হেৰোৱা দিনৰ সুখৰ স্মৃতিয়ে
দেহা মন ভাঙো যেন কৰে

দুচকুৰ চকু থৈ বিহুগীত গাইছিলা
এতিয়া পাহৰি গ'লা
মৰমকৈ খোপাতে ফুল গুঁজি দিছিলা
(এতিয়া) চিনিয়েই নোপোৱা হ'লা
ঢেঁকীৰ চাবে চাবে তোমাক মনত পৰি
নীৰৱে চকুলো সৰে
হেৰোৱা দিনৰ সকলো সকলো স্মৃতিয়ে
দেহা মন আবৰি ধৰে
মনৰ কথাষাৰি বুজাও কেনে কৰি
যৌৱনে আমনি কৰে

গছৰ কুঁহিপাতত পখিলা পৰিছে
বান্ধো কেনে কৰি মন
ফুলৰ কোমল বুকুত মৌগুটি নামিছে
ইচাটি-বিচাটি খন
দুৰণিৰ পথাৰত শিঙা পেঁপা বাজিছে
কমোৱা তুলা মন উৰে
মনৰ দুখৰ কথা বুজাও কেনে কৰি
যৌৱনে আমনি কৰে....।। ❑

(সন্ত্ৰাসবাদৰ বিৰোধিতাৰে)

নালাগে আহিব বসন্তৰ মলয়া
নালাগে ফুলিব তগৰ
নাহৰ-কপৌ-কেতেকী, কদম, জুতি-মালতীৰ
আজি চোন লাগিছে ভাগৰ।

দুহাতত জেতুকা নালাগে নলওঁ মই
ওঁঠত বঢ়মঠুৰিৰ বোল
শদিয়া ধুবুৰী ঢোল পেঁপা বজা নাই
কান্দোনৰ উঠিছে ৰোল
আখৈ ধানে চিৰা পলাল ক'ৰবালৈ
পলাল ম'হৰ থমা দৈ
শিঙা পেঁপা বজাই নাহে মোৰ চেনাই ধন
ক'লৈনো থাকিম মই বৈ?
সন্ত্ৰাস অগনিয়ে দহিলে সকলো
বুকুত মোৰ বেদনাৰ সাগৰ
নালাগে আহিব বসন্তৰ ............. ফুলিব তগৰ। ❑

এইযে ব'হাগী ভৰ যৌৱনা
আহিছে সাজোন কাচি
মুগা ৰিহা খনি কঁকালত মেৰিয়াই
আচলত মিহি কেচ বাছি

খোপাত গুঁজি লৈছে কপৌ ফুল তগৰ ফুল
গোন্ধে কৰে আমোল মোল
জিক্‌জিক্ কৰিছে ডিঙিৰ গলপতা
দুহাতত জেতুকাৰ বোল।

ৰৈ ৰৈ ৰচকী ওঁঠত লৈ মিচিকি
কঁকাল খামুচিয়া লাহি
দুভৰিৰ আঙুলি পীৰিতি পিছলি
কি যাদু কৰিলি আহি
এইযে ব'হাগী ...............। ❑

বসন্তৰ বুকুতে ব'হাগী আহিছে
কুঁহিপাতে বুকু আবৰি লৈ
দুহাতত জেতুকা ওঁঠতে মিচিকি
লাজবোৰ ক'ৰবাত আহিছে থৈ

কপৌ কেতেকীয়ে জকমক কৰিছে
জাংফাই কেৰু যোৰ বতাহত দুলিছে
ডিঙিৰ গলপতাই কয় ৰহণ লগাই
কি যাদু কৰিলাঁ চেনাই মোক ঐ
কিনো তামোলখনিত আহুদি কৰিলাঁ
তাৰেহে উৰাদিহ নাপালোঁ মই
দুহাতত জেতুকা ওঁঠতে মিচিকি ....
লাজবোৰ ক'ৰবাত আহিছে থৈ

চুমা পৰশনত উতলা বসন্তৰ
আজি গাত উৰাদিহ নাই
চাইনো থাকে মানে হেঁপাহ ঐ নপলায়
কেনেকে ব'হাগীক দিয়ে বিদায়?
কেনেকে ব'হাগীক দিয়ে দিয়ে বিদায়
কেনেকে ব'হাগীক দিয়ে বিদায়। ❑

আই মোৰ অসমী অ'
মই তোৰ শান্তি আকুল
মোৰ সুৰীয়া বাঁহীত ফুঁ দিলোঁ
তোৰ নয়ন পাহিত আঁকি দিলোঁ শতদল
তইয়ে মোৰ সুৰীয়া গীত অ' আই
তই অৰুণ অমল ... ।

হৃদয়ৰ শীৰ্ণ উপত্যকা খালি
উদ্দাম গতিৰে বৈ যোৱা
সুখৰ নদীৰ নিৰবধি কল্পনাৰে তুমি ৰঞ্জিতা
দীন, হীন, ক্ষণ ব্যাপি
লালিত্য, সুষমা উন্মুক্ত
অসীম অনন্ত ৰাগ সঞ্জয়িতা
নিৰবধি কল্পনাৰে তুমি ৰঞ্জিতা ।

প্ৰণামো অসমী আই তুমি ৰূপে অপৰূপা ...

প্ৰণামো অসমী আই তুমি ৰূপে অপৰূপা
দুখনি চৰণে যাচো ভকতিৰ অনুকম্পা
প্ৰকৃতিৰ জীয়াৰী আই শস্য-শ্যামলা তুমি
ভাৰতৰ পবিত্ৰ তীৰ্থ সৌন্দৰ্যৰ লীলা ভূমি
প্ৰণামো অসমী আই তুমি ৰূপে অপৰূপা

সুমধুৰ সুভাষিণী আই তুমি, তুমি ৰূপে অপৰূপা
বীৰ প্ৰসৱিনী আই তুমি ৰূপে অপৰূপা
প্ৰণামো অসমী আই তুমি ৰূপে অপৰূপা
দুখনি চৰণে যাচো ভকতিৰ অনুকম্পা...
মংগলকাৰিণী আই তুমি ইতিহাসিনী তুমি
সূৰ্য সুমণ্ডিতা আই তুমি জননী জন্মভূমি
প্ৰণামো অসমী আই তুমি ৰূপে অপৰূপা।। ❑

অ' অসমীয়া জাগিবৰ হ'ল
নিশাৰ ঘুমটি ভাঙিবৰ হ'ল
অসমীৰ মজিয়াত চোৰৰ ঘিট্ঘিটনি
চোকা পহৰাৰে ৰাখিবৰ হ'ল
অসমীৰ ধাননি, অসমীৰ চাহনি
তেলৰে বৰনৈ ভেটিবৰ হ'ল
অ' অসমীয়া জাগিবৰ হ'ল.... নিশাৰ ঘুমটি .... হ'ল।

আই মোৰ অসমীৰ ইননি বিননি
বুকুৰ বৰপেৰা লুটি লৈ যায়
বৰ ঘৰ লুটিও থমকি নৰ'লি
শ্বহীদৰ তেজেৰে নদী বোৱাই
অ' অসমীয়া জাগিবৰ হ'ল... নিশাৰ ঘুমটি .... হ'ল

'আমি অসমীয়া নহওঁ দুখীয়া'
জ্যোতি, লক্ষ্মীনাথে চিঞৰি কয়
সোণৰ অসম খনি আমিও গঢ়িম
সাহসৰ ৰক্ত আমাৰো বয়
অ' অসমীয়া জাগিবৰ হ'ল
নিশাৰ ঘুমটি ভাঙিবৰ হ'ল....।। ❑

আমাৰ গাঁৱৰ মাটিৰ ধূলি
শিৰত ল'লোঁ তুলি
যাত্ৰা আৰম্ভিলোঁ আমি
ৰাম কৃষ্ণ বুলি

মোহনীয়া আমাৰ গাঁৱৰ
সৰু সৰু ঘৰ
সেউজীয়া মন আমাৰ
নাই আপোন পৰ
এলাহ এৰি কাম কৰো
হৰ্ষ ধ্বনি তুলি
যাত্ৰা আৰম্ভিলোঁ আমি
জয় কৃষ্ণ বুলি

গঢ়িম বুলি গাঁৱৰ ঐক্য
পণ ল'লো আমি
একে লগে পথাৰ চহাম
বোকা পানী ভাঙি
খেতি কৰো মাছ ধৰো
সবে মিলি জুলি
যাত্ৰা আৰম্ভিলোঁ আমি
জয়কৃষ্ণ বুলি......।। ❑

শুনিছো চিএৰ মই
শুনিছো চিএৰ মই

মই শুনিছো চিএৰ মূৰ্ত জনৰ
নিচেই কাষৰ পৰা
বুকুৰ মাজৰ বিষ যাতনাৰ
কতনা দুখেৰে ভৰা
শুনিছো চিএৰ মই .....

শুনিছো চিএৰ অট্টহাস্য
আকাশ পাতাল ভেদি
মানুহৰ বুকু শিল হৈ যোৱা
ধনৰ পাহাৰ খেদি

ক'লা বজাৰত ক'লা মুখা পিন্ধা
ক'লা পিশাচৰ দল
মুখা খুলি তাৰ ক'লা বুকু খন
উদঙাই দিবৰ হ'ল

দেশৰ মাটিতে ইলুটি সিলুটি
কিমান লুটি বাগৰ মাৰ
ভাগৰো নালাগে জোগৰো নালাগে
নিজকো ঠগিব পাৰ
শুন্ শুন্ হেৰ অধম পিশাচ
হ সাৱধান হ
পোহৰ জ্যোতিত সাৰিব নোৱাৰ
তুৰন্তে আঁতৰ হ'

ডেকাও আহিছে গাভৰুও আহিছে
নতুনৰ সাজ পিন্ধি
কঁকালত প্ৰীতিৰ টঙালি বান্ধিছে
সাহস কৱচ বান্ধি......

মূৰ্ত মুমূৰ্ষু উদ্ধাৰ কৰি
নিজেও উদ্ধাৰ হওঁ
উদ্দাম মনত জোৱাৰ উঠিছে
জয়ৰ প্ৰতীক হওঁ...।। ❑

মাটিৰ বুকুত মধু পৰশন
মাটিয়েই আমাৰ জীৱন মৰণ
মাটিয়েই আমাৰ মানৱী দেহৰ
আকাশী স্বৰ্গ ধাম
এই মাটিতে সোণৰ সন্‌ধান (সন্ধান)
আমিয়ে বিচাৰি পাম

কেঁচা মাটিৰ কোমল গোন্ধে
জীপাল কৰিছে হিয়া
শাওণী বাইটিৰ মনে উৰোঁ উৰোঁ
শইচৰ বাতৰি দিয়া
সেউজী কঠীয়া বুলাই যাওঁতে
আমি উলাহেৰে গাম
মাটিৰ বুকুতে সোণৰ সন্ধান
মাটিয়েই স্বৰ্গ ধাম....

আহিনী মাহীয়ে আগচোতালতে
মনত গুণা গথা কৰে
সেউজী পথাৰখন কাচি ৰঙা হ'ব
আকাশ বন্তি ওখকৈ জ্বলিব
হাড়ক মাটি কৰা তেজক পানী কৰা
ভাগৰে কাটিব শাম
মাটিয়েই স্বৰ্গ ধাম

হাতত কাঁচিখনি বুকুত আশাৰ ধ্বনি
সোণ গুটি আনিবৰ হ'ল
আঘোণী ভনীটি ওলাল সাজি কাচি
ওলাল গাভৰুৰে দল
বছৰৰ সাহোনটি আদৰি আনোতে
আমি উলাহেৰে গাম
মাটিয়েই স্বৰ্গ ধাম.....।। ❑

কান্দি কান্দি কান্দি আই মোৰ অসমী
কান্দিব নোৱাৰা হ'ল
এখন এখন কৰি হাত ভৰি ভাঙি
কোনেনো কাঢ়ি লৈ গ'ল

অৰুণাচলৰ অৰুণ কিৰণত
হঠাতে আন্ধাৰে ছানি
নগা পাহাৰৰ ৰূপালী জুৰিৰ
ডাৱৰে ঢাকিলে পানী

মেঘালয়ৰ মেঘৰ বুকুও
শিল যেন টান হৈ ৰ'ল
দুষ্ট মানৱৰ খাম-খেয়ালিত
জননী বাউলী হ'ল

ত্ৰিপুৰা কুঁৱৰীৰ লাজুকী হাঁহিটো
ওঁঠতে হেৰাই গ'ল
মণিপুৰ ৰাজ্যৰ প্ৰজাৰ মাজতো
শান্তি নোহোৱা হ'ল

ককাই-ভাইৰ মাজতে বিৰোধৰ ভাবত
সকলো থানবান হ'ল
মোৰ আই অসমীৰ লাৱনী দেহাটি
ক্ষত-বিক্ষত হ'ল
নিষ্ঠুৰ মানৱে অসমীৰ মূল্য
কেতিয়া বুজিব বাৰু
দুখুনী আয়ে মোৰ কিমাননো কান্দিব
হাঁহিব কেতিয়া আৰু....? ❑

এটি কথা আজি বাৰে বাৰে আহি
কৰিছে আমনি মনক
বুকুৰ আপোন জনে অতি হেঁপাহেৰে
কৈছিল যাবৰে পৰত

স্বদেশৰ কাৰণে যুঁজলৈ ওলাইছোঁ
নুটুকিবা চকুৰ পানী
তোমাৰ বুকুতে এৰিলো পোনাটিক
মনলৈ সান্ত্বনা আনি.....
দেশৰে কাৰণে যুঁজি সোনকালে
আহিমগৈ তোমাৰ শপত
বুকুৰ আপোন জনে ............. পৰত

সীমান্তৰে পৰা চিঠিৰে সুধিছিল
পোনাটিৰ বাতৰি কেনে
পৰা হৈছেনে বন্দুক লৈ খেলিব
আমাৰ কলিজাৰে জোনে?
ডাঙৰ হৈ দেশৰ হৈ যুঁজিব লাগিব
শিকাই দিবা পোনাকণক
বুকুৰ আপোন জনে ............. পৰত

টৌ খেলা চুলি হ'ল ৰূপোবালী
আপোনজন নাহিলচোন ঘূৰি
খবৰো নহা হ'ল বাতৰিও নহা হ'ল
আশাবোৰ থাকিল মোৰ পৰি
স্বাধীন দেশৰ খবৰ আনিম মই তোমালৈ
অকলৈ থাকা সোণ ঘৰত
বুকুৰ আপোন জনে ................... পৰত।। ❑

ওলাই আহাঁ ওলাই আঁহা আইৰে সাতো ভনী
আইৰে বুকু জুৰোৱাহি কৰি হৰ্ষধ্বনি
মুখখনি আইৰ মলিন কিয়, কিয়নো আথানি
আইৰ বুকু জুৰোৱাহি কৰি হৰ্ষধ্বনি

ওলাই আহাঁ অৰুণাচল অৰুণ কিৰণ সানি
শিৰত মুকুট সজাই লোৱা পূৰ্বৰাগ মণি

ওলাই আহাঁ মেঘালয়া শুভ্ৰা মেঘৰাণী
জেইমচেঙে ঢাকা আইৰে উদং বুকু খনি

ওলাই আহাঁ ওলাই আহাঁ ডালিমী ভগিনী
আইৰ চৰণ ধুৱাই দিয়া মচি চকুৰ পানী

ত্ৰিপুৰা কুঁৱৰী আই অ' তইয়ো আইৰে ভনী
শতৰুৰে ছলনাতে হ'লি অনাথিনী

নকৰিবি ক্লেশ ভনী নাযাবি পাহৰি
অসমী আই-স্নেহ শীলা মৰমী জননী
ওলাই আহাঁ মণিপুৰী সংস্কৃতিৰ গোসাঁনী
নৃত্যৰে ছন্দিত কৰা আইৰে হিয়া খনি

ওলাই আহাঁ আহাঁ ওলাই, মিজো ভনী জনী
সু-শিক্ষাৰে পোহৰ কৰা শুৱনি অসমী

সাতো ভনীৰ মিলনেহে সৰ্বাংগ শুৱনি
সমন্বয় সম্প্ৰীতি মাথোঁ বুকুৰে জুৰণি
অসমী আই মহীয়সী আইৰে সাতো ভনী
সমন্বয় সম্প্ৰীতি মাথোঁ বুকুৰ জুৰণি।। ❑

অসমী আই মোৰ বুকুৰ আপোন
সুৰৰ সপোন
ৰূপৰ তুলনা নাই
জেউতি ভৰা, সেউজী ধৰা...

প্ৰকৃতি ৰাণী তুমি প্ৰকৃতি ৰাণী
অনুপম অমিয়া বেশা
তোমাৰ বুকুতে সূৰ্য্য কোঁৱৰে
আঁকিলে সোণালী ৰেখা...

মোৰ হিয়া খনি, ধ্বনি প্ৰতিধ্বনি
নিজকো পাহৰোঁ চাই
তোমাৰ শুৱনি দেহাটি লাৱনী
উপমা দিবলৈ নাই

জোনালী ৰজনী, পদূলি দুবৰি
শুকুলা শেৱালি ফুলে
আমাৰে গাঁৱৰে পঁজা ঘৰে ঘৰে
আশাৰে চাকিটি জ্বলে
সোণালী ধাননি, মুকুতাৰে খনি
জিৰ্ জিৰ্ মলয়া বা
ৰূপালী জুৰিটি খলকনি তুলি
বৈ যা, বৈ যা, বৈ যা
অসমী আই মোৰ... বুকুৰ আপোন... সুৰৰ... সপোন...।। ❑

মই লুইত হে বৈ যাওঁ সাগৰৰ বুকুলৈ চাই যাওঁ তোমাৰে ৰূপ,
ঢৌ হৈ লৈ যাওঁ হিয়াৰে বতৰা কঢ়িয়াই মনৰে দুখ।

সোণালী সূৰুযে আকাশৰ কপালত ভুমুকি যেতিয়া মাৰে
তোমাৰে শ্যামলী দেহাৰে তেতিয়া ৰূপৰে জেউতি চৰে।
আঘোণী পথাৰৰ জিব্ জিব্ পকাধান হালি জালি পৰে ঠোক
মই লুইত হে বৈ যাওঁ সাগৰৰ বুকুলৈ চাই যাওঁ তোমাৰে ৰূপ।

জেতুকা-বুলীয়া সোণাৰু-ফুলীয়া বন বিৰিখৰে মাজে,
দিচাং, দিখৌ, জাঁজী ওলাই সাজি কাচি নীল বৰণীয়া সাজে
নদী উপনদী পাহাৰ ভৈয়াম মিলি প্ৰকাশি নিজস্ব ৰূপ
মই লুইত হে বৈ যাওঁ সাগৰৰ বুকুলৈ চাই যাওঁ তোমাৰে ৰূপ

দীঘল কেশটাৰি আকাশৰ ডাৱৰে আবেগে যেতিয়া চুমে
তৰাই ফাকুখেলা শাৰদী নিশাতে মলয়াই দোলনি দিয়ে
জুৰিৰে দাপোণত সৰগী জোনায়ে নিৰলাত দিয়েহি ডুব
মই লুইত হে বৈ যাওঁ সাগৰৰ বুকুলৈ চাই যাওঁ তোমাৰে ৰূপ

ৰূপে জিলেমিলাই চাহৰে বাগিচাত সোণে জিলে মিলাই ধানত
হীৰা জিলেমিলাই কয়লাৰ খনিতে মুকুতা তেলৰে খাদত।
ৰূপে অপৰূপা সুজলা সুফলা তোমাৰ মনত কিয় শোক?
মই লুইত হে বৈ যাওঁ সাগৰৰ বুকুলৈ চাই যাওঁ তোমাৰে ৰূপ

পৃথিৱী বিচাৰি তুলনা নাপালোঁ অ' মোৰ অসমী আই
বুকুৰে ভিতৰখন কেঁকোৰাই খুলিছে মনৰ দুখ থ'বলৈ নাই।
তোমাৰ মনৰ কথা তোমাৰ হিয়াৰ ব্যথা তোমাৰে কঢ়িয়াওঁ দুখ,
মই লুইত হে বৈ যাওঁ সাগৰৰ বুকুলৈ চাই যাওঁ তোমাৰে ৰূপ।। ❑

*(গায়কে প্ৰয়োজনবোধ কৰিলে গাওঁতে দুই এটা কলি বাদ দি গাব পাৰে। ভ্ৰাম্যমাণ থিয়েটাৰ 'হেঙুল'ৰ দ্বাৰা প্ৰদৰ্শিত (১৯৮৭) "মই লুইত হৈ বৈ যাওঁ" নৃত্য-নাটিকাৰ অন্তৰ্গত। — গীতিকাৰ)*

অ' অ' অ' অ' অ' অ' আমি স্বাধীন দেশৰ সন্তান
অ' অ' অ' অ' অ' অ' আমি স্বাধীন দেশৰ সন্তান
মাটিৰ বুকুত আমি মৌ ৰস বুটলিম
প্ৰকৃতিৰ অৱদান আমি দুই হাতে সাবটিম
ৰাখিম দেশৰ সন্‌মান (সন্মান) আমি
ৰাখিম দেশৰ সন্‌মান

আমিয়েই ভেদা-ভেদ প্ৰাচীৰ ভাঙিম
আমিয়েই স্বদেশৰ শতৰু নাশিম
আমি যাম আগবাঢ়ি হাতে হাতে ধৰি ধৰি
মাটিত পেলাই আমি কপালৰ ঘাম
অ' অ' অ' অ' অ' অ' আমি ৰাখিম ভাৰতীৰ মান
আমি ৰাখিম ভাৰতীৰ মান
আমি ৰাখিম ভাৰতীৰ মান.....।। ❑

এ জয় ভাৰত বৰিষ-, জয় ভাৰত বৰিষ, জয় ভাৰত বৰিষ
গিৰিৰাজ শুশোভিত কীৰিটি সদৃশ
জয় ভাৰত বৰিষ
জয় ভাৰত বৰিষ.....

চৰণ সেৱিছে যাৰ সমুদ্ৰ সলিল
জয় ভাৰত বৰিষ
কৌটি সন্তানৰ মাতৃ মহিমামণ্ডিত
জয় ভাৰত বৰিষ

সুজলা সুফলা তুমি অমল শ্যামল
জোনাক যামিনী মাতৃ মলয়া শীতল ....
জয় ভাৰত বৰিষ - জয় ভাৰত বৰিষ....।। ❑

কথা - মই এটি সপোন কুঁৱৰী, - উলাহতে ফুৰোঁ উৰি উৰি

মই সপোন কুঁৱৰী সপোন দেখিছোঁ
সুন্দৰ ভাৰতৰ ....
শান্তি সম্প্ৰীতিৰ মধু শিহৰণ
একতা সমন্বয়ৰ ....
মই সপোন কুঁৱৰী.... সপোন দেখিছোঁ ....

প্ৰাণে, প্ৰাণে, প্ৰাণে গাঁথিছে হৃদয়
বাসন্তী ফুলৰ মালা
কোন সুন্দৰে ঢালিছে অমিয়া
পাপৰি ৰেণুৰ বালা ...
মই সপোন কুঁৱৰী.... সপোন দেখিছোঁ...

জয়তী, জয়তী জয়তী আমাৰ ভাৰতী
অনুপমা আলোকৰ
প্ৰশান্তি লহৰে ঢৌৱাই হৃদয়
একতা সমন্বয়ৰ
মই সপোন কুঁৱৰী সপোন দেখিছোঁ....।। ❑

(ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলনৰ গীত)

(ক)

আই মোৰ ভাৰতীয় মুক্তি বিচাৰি
ওলাল সহস্ৰ জন
দেশ প্ৰেম মন্ত্ৰৰ আলোক শিখাৰে
জ্যোতিষ্মান হ'ল সিজন

গান্ধীজীৰ আদৰ্শে হ'ল অনুপ্ৰাণিত
বীৰ বীৰাঙ্গনা বুলি
আবুল কালাম আজাদ, সীমান্ত গান্ধী
অৰুণা আশ্ৰফ আলি
পৰাধীনতাৰ শিকলি ছিঙি
মুকুতিৰ কৰি পণ
দেশ প্ৰেম ....... সিজন

ঝাঞ্চিৰ লক্ষ্মীবাই জবাহৰ নেহৰু
চৰ্দাৰ বল্লভ ভাই পেটেল
লোকমান্য তিলক সুভাষ বসু আদি
কতনাই খাটিলে জেল
কতনা শ্বহীদে দিলে প্ৰাণাহুতি
কৰিলে জীৱন পণ
দেশ প্ৰেম .............. সিজন।। ❑

(খ)

ব্ৰিটিছৰ শাসকে জেলত সুমুৱালে
বাপুজীক প্ৰমুখ্য কৰি
সকলো বিপ্লৱী হ'ল কাৰাবাসী
দেশত লাগিল খেলি মেলি..... অ' ....
দেশত লাগিল খেলি মেলি ....

চৌদিশ আগুৰি শিখাই আৱৰিলে
ধ্বংসৰ লেলিহান শিখা
সকলো প্ৰজাকেই লাগে স্বাধীনতা
মুক্ত হওক ভাৰত মাতা

চৰকাৰী ভৱন ৰে'ল ষ্টেশ্বন
ডাকঘৰ পুলিচৰ থানা
অফিচ ঐ কাছাৰী ধ্বংস কৰিও
দেশলৈ স্বৰাজ আনা
দেশলৈ স্বৰাজ আনা
দেশলৈ স্বৰাজ আনা.....।। ☐

(গ)

সৰ্ব ভাৰতীয় সকলৰ সহিতে
অসমৰো বহু জন
জঁপিয়াই পৰিছিল মুকুতি যজ্ঞত
উছৰ্গা কৰি জীৱন

ষোড়শী গাভৰু কনকলতাই
বিজয় নিচান উৰুৱালে
ব্ৰিটিছ শাসনকো ভ্ৰূক্ষেপ নকৰি
বুকু পাতি গুলী ল'লে
গুলী ল'লে, গুলী ল'লে

বয়স তিনিকুৰিৰ আই ভোগেশ্বৰী
ওলাই আহিল আগবাঢ়ি
দেশ প্ৰেম মন্ত্ৰৰে দেহা তিয়াগীলে
অসমীক মহীয়ান কৰি

মণিৰাম, পিয়লি, মুকুন্দ কাকতি
কুশল কোঁৱৰকে ধৰি
কোনো শ্বহীদ হ'ল, কোনো ইতিহাস হ'ল
অম্বিকাগিৰী ৰায় চৌধুৰী
জোনাব মহিবুদ্দিন, অমূল্য বৰুৱা
নবীন, জ্যোতি, ৰাভাক লৈ
কত দেশ প্ৰেমিক আহিল আগবাঢ়ি
মহান আদৰ্শ লৈ .........।। ❑

কিনো সুক্ষণত জনম লভিলি
পদূলি ওলায়েই কাকেনো দেখিলি
জনমভূমিৰ মঙ্গল আচৰিও
দানৱৰ হাততে মৃত্যু বৰিলি?

তোৰ উদাৰ মনৰ এবুকু কামনা,
তোৰ সুঠাম দেহৰ অতৃপ্ত বাসনা
হাঁহাকাৰ কৰে আকাশে বতাহে
বুজাব নোৱৰা অসীম যাতনা
বুকুৰ শোণিত তিয়াগী জীৱন
জননীৰ বাবে উছর্গিলি
জনমভূমিৰ ............. বৰিলি

অ' শ্বহীদ তই মোৰ বুকুৰ আপোন
তয়েই হলি আজি জুয়ে পোৰা সোণ
একেটি পথৰে পথিক আমিও
নতুন সূৰ্য অমল অৰুণ
হাজাৰ বিজাৰ কেঁচা কলিজাত অগ্নি মন্ত্ৰ বৰষিলি
জনমভূমিৰ ................. বৰিলি।। ❑

মোৰ আই ধন্যা ধন্যা তুমি
তোমাৰ কাৰণে ভাবোঁ ৰাতি দিনে
তোমাৰ সন্তান আমি
মোৰ আই, ধন্যা তুমি।

অ' আই
তুমিয়েই এদিন আছিলা পৰাধীন
টুকিছিলা চকুৰ পানী
দাসত্বৰ বন্ধনে বুকু ভাঙিছিলে
বেদনাৰ বধ্য ভূমি
মোৰ আই.......... ধন্যা ধন্যা তুমি।

দাসত্বৰ শিকলি হ'ল যে মুকলি
উজলিল মুকুটৰ মণি
কৌটি কৌটি সন্তানৰ মাতৃ
বীৰ প্ৰসৱিনী তুমি
মোৰ আই ধন্যা ধন্যা তুমি
ধন্য ধন্য ভাৰত বৰিষ,
ধন্যা আমাৰ জননী।। ❑

(২০০৪ চন। বিশ্বৰ অপৰূপ মেৰিণা বীচ্চ সুমাত্ৰা, জাভা, আন্দামান নিকোবৰ এতিয়া নিঃসঙ্গতাত আচ্ছন্ন। প্ৰাণোচ্ছল বীচ্চত কেৱল বিয়পি আছে বিষাদৰ হুমুনিয়াহ। মৃত্যু শীতল বতাহৰ কৰুণ বিননি। এই প্ৰলয়ংকাৰী চুনামীত প্ৰয়াত আৰু বিধ্বস্তসকললৈ সমবেদনাৰে এই সমবেত সংগীত আগবঢ়োৱা হ'ল।)

অ' অশান্ত চুনামী
অ' ভয়াবহ চুনামী
জীৱন জোৰা শোণিত শিখা
কিয়নো স্তব্ধ কৰিলি
কিয়নো উটুৱাই লৈ গ'লি?

'কৰ নিকোবৰ', 'মেৰিণা বীচ্চ'ত প্ৰলয়ৰ হুঙ্কাৰ
'সুমাত্ৰা', 'জাভা', 'আন্দামান'ত মানৱৰ হাহাকাৰ
শত সহস্ৰৰ সলিল সমাধি যাতনাৰ নাই পাৰ
কিয়নো আহিলি কালৰূপ লৈ কৰিবলৈ সংহাৰ?
আকাশে বতাহে ধ্বনি প্ৰতিধ্বনি
কৰুণ ক্ৰন্দন বিননি
অ' ভয়াবহ চুনামী
অ' অশান্ত চুনামী

পৃথিৱী আৱৰি দুখৰ বাতৰি কতনা আৰ্তনাদ
কেনেকৈ আহিব পুনৰ প্ৰশান্তি হাঁহি ভৰা প্ৰভাত
পলকতে তই কালৰূপ লৈ কিয়নো সংহাৰ কৰিলি
অ' ভয়াবহ চুনামী, অ' সাগৰৰ চুনামী??

স্তব্ধ হোৱা, তুমি স্তব্ধ হোৱা, আঁতৰি যোৱা তুমি আঁতৰি যোৱা
*নতুন প্ৰভাত আনি হাঁহি বিলোৱা, জীৱনৰ জেউতি উজ্জ্বলোৱা*
এয়ে তোমালৈ মিনতি, এয়ে তোমালৈ প্ৰণতি...।। ☐

আইৰে বুকুতে কিয় জুই জ্বলিছে
ক' অসমীয়া ক'
ককাই-ভাইৰ মাজতে কিয় ৰণ লাগিছে
এবেলি অলপ বুজ ল'

সুজলা-সুফলা দেশখনিত আমাৰ
কিনো নহ'বৰে হ'ল
পৰৰ শতৰুৱে বিভাজন আনিছে
আপোনেই নুবুজা হ'ল
আইৰ বুকুৱেদি কেঁচা তেজ বৈছে
তেজৰ সোঁত আঁতৰাই থ'
ককাই-ভাইৰ মাজতে কিয় ৰণ লাগিছে
এবেলি অলপ বুজ ল'।

বন্দুকেৰে দেশ গঢ়িব নোৱাৰি
বুজাওঁ কেনেকৰি মই
প্ৰেমৰ এনাজৰী টানি দে লগৰী
বিচলিত নহ'বি তই।

যাউতি-যুগীয়া আমি অসমীয়া
আমাৰ মান ধৰণীত নাই
কীৰ্তি গৰিমাৰে আইৰ মান ৰাখিমেই
হাতে হাতে ধৰোঁ ভাই
অগনি নুমাই দে প্ৰশান্তি আনি দে
অশান্তি আঁতৰাই থ'
ককাই-বাইৰ মাজতে কিয় ৰণ লাগিছে
এবেলি অলপ বুজ ল'। ❑

চেনেহী মৰমী আই মোৰ অসমী
কিনো অমাতৰে মাত
ভাৰতী আইৰে পূৰ্ব দিশতে
পাতে সমন্বয়ৰ হাট

ৰূপে অপৰূপা আই মোৰ অসমী
সেউজৰ কঠীয়া তলি
ধানে, চাহে, তেলে সম্পদেৰে ভৰা
ৰঙে ৰসে গুণাৱলী ..........
আই তোৰ বুকুতে উদিত সূৰুযে
পুৱাতে দিয়েহি লাহ
ভাৰতী আইৰে পূৰ্ব দিশতে
পাতে সমন্বয়ৰ হাট। ❑

শ্যামলী, শ্যামলী, শ্যামলী, শ্যামলী, শ্যামলী অসমী আই
তুমি পূজনীয়া, তুমি বৰণীয়া, তোমাৰ মান সাদৰী নাই
বীৰ প্ৰসবিনী, নীতি আচাৰিণী ভুবন মোহিনী তুমি,
জ্ঞান গৰবিনী, ভাষা প্ৰণয়িনী প্ৰকৃতিৰ লীলা ভূমি
সমাধি-সাধনা, মুকতি ভাবনা, সুজলা, সুফলা আই
ৰূপে অপৰূপা, গুণে মনোৰমা তোমাৰ তুলনা নাই।

বাৰে ৰহণীয়া কৃষ্টি সংস্কৃতি মহা মিলনৰ ভূমি
মানুহে মানুহে মৰম, মৰম জীৱনী শক্তি জননী
সৌন্দৰ্য সাগৰ প্ৰেমৰ আকৰ নীলিম আকাশ চুমি
সোণবৰণীয়া ধাননি ধুনীয়া প্ৰাণৰ প্ৰতিমা তুমি।
বুকুজুৰি শোভে জাতি জনজাতি শিৰে গিৰিৰাজ শোভে
লক্ষ্মী সৰস্বতী ত্যাগৰ মুৰুতি আনন্দে মুকুতি লভে
বুকুৰ বৰ লুইতত শোভিছে মাজুলী ভকতে হৰিনাম গাই
ৰূপে অপৰূপা গুণে মনোৰমা তোমাৰ তুলনা নাই। ❑

জিৰ্ জিৰ্ কৰি পাহাৰী নদীয়ে
সঘনে সলাইছে সোঁত
মই যিদৰে বিচাৰোঁ তোমাক
বিচাৰানে তুমি মোক ??

কেতিয়াবা কোনোবাই কাৰোবাক ভালপায়
অকাৰণে মনে প্ৰাণে কিবা বুজি পাই
কাৰোতো নহয় ক্ষতি কাৰোবাৰ মিলনত
দুদিনীয়া সংসাৰত মাথোঁ হায় হায় ।।

সেউজীয়া ধাননিৰ জিৰ্ জিৰ্ বা লাগি
ৰোৱনীৰ ৰং লগা আঁচলখনেও
থমকি থমকি লাহে  মিচিকি মিচিকি হাঁহে
সোণতটি উপচিব পথাৰে পথাৰে...

আজলী শিপিনী ঐ
হাততে মাকোটি লৈ ....
কিনো ভাবিছ, কিনো গুণিছ
কি সপোন ৰচিছ তই......

অসমীৰ আজলী, শিপিনী ছোৱালী
পচোৱাত দোলে তোৰ মন
দূৰণিৰ গাঁৱৰে, পেঁপাৰ সুৰে সুৰে
কৰিছে আমনিখন .....

ডাল দোঁৱাই দোঁৱাই
তগৰ ফুল ফুলিছে
নাহৰে পেলাইছে কলি
কপৌ ফুলৰ থোকে হালি জালি নাচি
কৰেনে তোকে বাউলী

ছকুৰি কাঠিৰে আঁচুফুল বাছোঁতে
মনৰে মাজতে ধন
দূৰণিৰ গাঁৱৰে পেঁপাৰ সুৰে সুৰে
কৰিছে আমনি খন।। ❑

সোণালী মোৰ পথাৰতে আঘোণৰে দুপৰতে
চেনাইয়ে ধান দাই থাকে
দুৰণিৰ গাঁৱতে পেঁপাৰ মাতে শুনি
মনতে কি কথা ভাবে মোৰ চেনাই ঐ
মনতে কি কথা ভাবে।

ৰ'দে চিকি মিকি ঐ কাচি চিকি মিকি ঐ
সোণালী ধাননিৰ থোক
দুপৰৰ পথাৰখন জিলিকি পৰিছে
দেখিলে নালাগে ভোক মোৰ চেনাই ঐ
দেখিলে নালাগে ভোক ...

অ' অ' অ' অ' ........ শুৱনি ধাননি অ' ...
সোণালী লখিমী অ'
জিৰ্ জিৰ্ মলয়া বয়

পেঁপাৰ সুৰে সুৰে অ' ...
মুঠিটি বান্ধোতে অ'....
দাৱনীৰ মনে জুৰাই ....

কান্ধতে ডাঙৰি অ' অ' সোণ
নপৰে ভাগৰি অ' অ' সোণ
আশাৰে টঙীজাল তৰে
মনৰে পথাৰত কোনে ধানে দাব
মনতে মৌচাক চৰে মোৰ চেনাই ঐ
মনতে মৌচাক চৰে .....।। ❑

হালিছে জালিছে
নাহৰ ফুল তগৰ ফুল
কপৌফুল ফুলিছে বনত
বহাগী আহিছে ন ৰং আনিছে
বাঁই-জাঁই লাগিছে মনত ....

বৰনৈৰ বলুকাত টিহিটি পেঁপাৰ মাত
আহিছে পচোৱাত ভাঁহি
বৰ ঘৰ শুৱনি চিকুণী গাভৰুৰ
মন কোনে নিয়ে কাঢ়ি.....
সেউতি মালতীৰ গোন্ধে আমোলমোলায়
কোমল কুঁহিপাতৰ মাজত
ব'হাগী আহিছে ন গীত আনিছে
বাঁই-জাঁই কৰিছে মনত

উৰুকাৰ দুপৰৰ লুইতৰ ঘাটতে
চেনেহৰ বৰহাট বহে
গৰু বিহুৰ পুৱা গাঁৱৰ নামঘৰতে
হৰিনাম নিগৰি পৰে
তাঁতৰ শাল শুৱনি মৰমী আইজনী
কেণা লাগোঁ লাগোঁ ফুলত
ব'হাগী আহিছে ন-সুৰ আনিছে
বাঁই-জাঁই লাগিছে মনত।। ❑

ক'লাকৈ আকাশত বিজুলী জিলিকে
আকাশত জিলিকে তৰা
বিহুটি আপোনে বাপতি সাহোনে
অনা নাই বিদেশৰ পৰা

অ' নদী জান জুৰি কোন দেশলৈ যাবি বৈ
অসমীৰ বতৰা কাকেনো দিবিগৈ
ব'হাগীৰ বাসনা কাকেনো ক'বিগৈ
অ' দিখৌ নৈ অ' ....
অ' জাঁজী নৈ অ' ....
বুকুত তোৰ, বুকুত তোৰ
চেনেহৰ নিজৰা বয়

গছে পাত সলালে কুলিয়ে বিনালে
ওখকৈ বিৰিখত নাহৰ ফুল ফুলিলে
ক'লীয়া ভোমোৰাই কাকেনো চুমিলে
মলয়া বতাহে সুহুৰি মাৰিলে
কপৌৰে তগৰে মিচিকাই হাঁহিলে
অ' লাহৰি ঐ, অ' চেনেহী ঐ....
চেনাইলৈ চেনাইলৈ হিয়াৰে বিহুবান লৈ।

'লাহীকৈ কেতেকীপাহি অ' মইনা
লাহীকৈ কেতেকীৰ পাহি....
বুকুত দিয়ে গ'লি জীয়া জুই একুৰা
মুখত লৈয়ে গ'লি হাঁহি' ...।। ❑

হে জ্ঞান হে মহাজ্ঞান,
পল্লৱিত কৰা মোক তোমাৰ মহান মন্ত্ৰেৰে
পুষ্পিত কৰা মোক তোমাৰ উদাৰ প্ৰেমেৰে
তুমি ভোক্তো অনাদি অনন্ত
জয়ৰ নিনাদ তুমি জ্যোতির্ময় শিখা অফুৰন্ত

ঋণ হৈ ঋণোঁ মই তোমাৰ মন্ত্ৰৰে
সেউজীয়া, চিৰ সেউজীয়া হওঁ মই তোমাৰ শব্দৰে।

অনন্ত শকতি তুমি মহামতি
দিয়া মোক দৰশন
প্ৰাণৰ আকৃতি শুনা যদুপতি
জুৰ কৰা মোৰ মন
দিয়া মোক দৰশন....

হে নিৰঞ্জন, শিৱ সনাতন
তুমি নিত্য নাৰায়ণ
তোমাৰ কৰুণা বৃষ্টি পৰশি
তোমাতে লৈলোঁ শৰণ
দিয়া মোক দৰশন

তুমিয়েই সৃষ্টি অনন্ত ব্যাপী
মুহি আছা সৰ্বজন
হিয়াৰ আকৰ তুমি বনমালী
সত্যম্ শিৱম্ সুন্দৰম্
......... দিয়া মোক দৰশন।। ❑

(সৰস্বতী বন্দনা)

ভক্তিৰে ভজিলোঁ পৰাণত থাপিলোঁ
অ' সৰস্বতী আই
অন্তৰ শৰাই ভৰাই মিনতি কৰিছোঁ
চৰণত দিয়া মোক ঠাই

তুমিয়েই শাৰদা চন্দ্ৰবদনী
বিদ্যাদায়িনী দেৱী,
আন্ধাৰ বিনাশিনী জ্ঞানদায়িনী
আলোক তাৰিণী তুমি
কৃপা কৰা মাতৃ ধৰিছোঁ চৰণে
অ' সৰস্বতী আই
অন্তৰ ভৰাই কাকুতি কৰিছোঁ
চৰণত দিয়া মোক ঠাই

সংসাৰ সাগৰে অন্ধকাৰ মধ্যে
মায়ায়ে মজিলোঁ আমি
জ্ঞান জ্ঞান বুলি সন্ধান নাপাইলোঁ
জ্ঞানৰ অধিষ্ঠাত্ৰী তুমি
দিয়া মাতৃ দান, জ্ঞানৰ সন্ধান
জ্ঞান কেনে কৰি পায়
অন্তৰ শৰাই ভৰাই কাকুতি কৰিছোঁ
চৰণত দিয়া মোক ঠাই।। ❑

আ.... আ.... আ.... আ....
না.... আ.... আ.... নাৰায়ণ

বৃন্দাবন বিহাৰি
শ্ৰীপতি শ্ৰীহৰি
ত্ৰিভুবন বন্দন ... নাৰায়ণ
নাৰায়ণ ..............

গলত কৌস্তুভ মালা
হস্তত মুক্তাৰ বালা
মাথাত ময়ূৰ পাখি
শোভে জল মল
নাৰায়ণ...... নাৰায়ণ......

বৃন্দাবনে ধেনু চাৰি
গোপিনীৰ প্ৰাণ হৰি
দেখাইলা সংসাৰ লীলা
প্ৰভু নাৰায়ণ
নাৰায়ণ... নাৰায়ণ... নাৰায়ণ...।। ❑

কৃষ্ণ কৃষ্ণ কৃষ্ণ প্ৰভু নাৰায়ণ ৰাম
তোমাৰ চৰণে স্বামী কৰোঁহো প্ৰণাম।।

সমস্ত বিশ্বৰে প্ৰভু তুমিয়ে কাৰণ
দ্বাপৰে ক'লীয়া কৃষ্ণ সত্যে নাৰায়ণ।।

ত্ৰেতা যুগে ভৈলা তুমি ৰাম অৱতাৰ
কলিত মানৱী ধৰ্ম বিনে নাহি আউৰ।।

তযু পদ ৰেণু দিওঁ মাগোঁ এহি বৰ
কৃপা কৰিওক মোক কৰুণা সাগৰ
ৰাখা, ৰাখা, স্বামী ৰাখা তোমাৰ চৰণ।।

সৰস্বতী আই মাতৃ প্ৰজ্ঞাভূষিণী
আদ্যাশক্তি তুমি দেৱী বীণা বাদিনী

সত্ত্ব শুদ্ধ তুমি দেৱী বেদ প্ৰকাশিনী
অমৃত বদনী মাতৃ তিমিৰ নাশিনী
তুমিয়েই ওম্‌কাৰ ধ্বনি বিশ্ব বিজয়িনী
তুমি নিত্য স্বৰগম্ ব্ৰহ্মাৰ নন্দিনী
শ্বেতবৰ্ণা, শ্বেতভূষা, শ্বেতপদ্মিনী
আদ্যাশক্তি তুমি দেৱী বীণা বাদিনী

নাদ ব্ৰহ্মাময়ী তুমি কবিতা ৰূপিনী
প্ৰাণ সৰগৰ তুমি মৃদু মন্দাকিনী
অক্ষৰ পৰমব্ৰহ্ম শাস্ত্ৰ প্ৰদায়িনী
বাগ্‌দেৱী, মহাশ্বেতা ত্ৰিলোক বিয়াপিনী

শুভ্ৰ, শান্ত, কান্তি তৱ আশিস দায়িনী
আদ্যাশক্তি তুমি দেৱী বীণা বাদিনী ❑

তুলসী, তুলসী আই মোৰ তুলসী তোমাক কৰিছোঁ বন্দনা
সন্ধিয়া পৰত বন্তি জ্বলাই নিবেদিছোঁ পূজা-অৰ্চনা
মাটিৰ চাকিত শলিতা সজাই তাতে তেল দিছোঁ বাকি
ভক্তিৰে জ্বলাই শলিতা প্ৰদীপ শুভ আলপনা আঁকি
শান্তি সম্প্ৰীতি দিয়া মাতৃ মোৰ এয়ে চৰণত প্ৰাৰ্থনা
তুলসী তুলসী দেৱী মহীয়সী তোমাক কৰিছোঁ বন্দনা

সুখ সঞ্চাৰিণী প্ৰশান্তিদায়িনী তুমি গোবিন্দৰে প্ৰিয়া
তোমাৰ চৰণ দুটিত আশীৰ্বাদ মাগিছো অশান্তি আঁতৰাই নিয়া
দেশ ৰাখা মোৰ, জাতি ৰাখা মোৰ পূৰোৱা মনৰ কামনা
সন্ধিয়া পৰত বন্তি জ্বলাই নিবেদিছোঁ পূজা অৰ্চনা।। ❑

তুমি যে অকণি দেশৰ ধৰণী
যোৱা আগবাঢ়ি যোৱা
নতুন দিনৰ নৱ প্ৰভাতক
সাহসে সাৱটি লোৱা।

ফুল কলি যেন অকণি আমি
যাওঁ মাথোঁ আগুৱাই
শুৱনি সমাজ গঢ়িমেই আমি
ফুলে যেনেকৈ ফুলনি শুৱাই

কোন বনৰ ফুলাম পখী আহিলি ক'লৈ
মৌ মিঠা মাত মাতি মোৰ কাষলৈ

চিক্ মিকিয়া দেহৰ বৰণ পাখিৰ বৰণ ৰঙা
কোন দেশৰ কথা ক'লি ইমান মৰম লগা

সূৰুয উঠা দেশৰ পৰা আহিছনে তই
ন সূৰুযৰ নতুন আভা দেহত ঢালি লৈ

সেউজী গছৰ পাতৰ আঁৰত তিৰ্বিৰণি তুলি
মোৰ কাষতেই থাক্ পখী কণমানি বুলবুলি

ন দিগন্তৰ নতুন ৰহণ ছটিয়াবলৈ
মৌ মিঠা মাতটি মাতি মোৰেই কাষলৈ।। ❑

কণমানি মোৰ মইনা জনী
থুনুক থানাক মাত
চকুৰ মণিত তৰাই খেলে
নাচোনত থুন্‌পাক

আহাঁ আহাঁ নয়ন তৰা
বননিতে বহা
কইনা দৰাৰ সাধু কোৱা
শুনি মজা লগা
সাধু কথাৰ বুঢ়ী জনীৰ
কেনে ডাঙৰ মাত
চকু মণিত তৰাই নাচে
নাচোনত থুন্‌পাক ......।

ৰজা ৰাণীৰ সাধু শুনি
বৰ মজা লাগে
ৰজা হোৱাৰ মন এটি চোন
আমাৰো যে জাগে
খেলো আহাঁ লুকা-ভাকু
ৰান্ধো বালি ভাত
চকুৰ মণিত তৰাই খেলে
নাচোনত থুন্‌পাক।। ❑

কোৱাঁ কোৱাঁ কথা কোৱাঁ
কথা যদি নোকোৱাঁ গান এটা গোৱাঁ
গোৱাঁ গোৱাঁ গান গোৱাঁ
গান যদি নোগোৱাঁ সাধু এটা কোৱাঁ

গাম গাম গাম মই, নাচিম নাচিম
নাচৰ ছেৱত মই সাধুও সাজিম
এখন দেশত এক ৰজা আছিল
এদিন সপোন দেখি টোপনি ভাগিল
সপোনত যখিনীয়ে কৰে হাঃ হাঃ
ৰজাইও তাকেই দেখি দিলে বাঃ বাঃ
তাৰ পাছত ?
তাৰ পাছত মহাৰাণীৰ লাগিল বৰ ভয়
কিয় এনে হয়??

ৰজাই ৰাণীক ক'লে ভয় নকৰিবা
ৰাতিটোতে শেষ হ'ব সপোনহে এইয়া
কোৱাঁ কোৱাঁ সাধু কোৱাঁ
সাধু যদি নোকোৱাঁ গান এটা গোৱাঁ....। ❑

মই এটি বিহংগ
বৌদ্ৰস্নাত দুপাখিত মোৰ
বোলাই লৈছোঁ ৰং
মই এটি বিহংগ ....

ডেউকা কোবাই উৰি ফুৰোঁ মই
আকাশৰ চৌপাশে
সুৰে সুৰে মই ধৰণী জগাওঁ
নিত্য নতুন লাসে
সুৰুয পিয়াসী হিয়াখনি মোৰ
ৰঙেৰে ৰঙীন মন
বৌদ্ৰস্নাত দুপাখিত মোৰ... ৰং...।

মুকলি আকাশে মুকলি বতাহে
মুক্ত কণ্ঠে গাওঁ
সুৰেৰেই মোৰ আকাশী যাত্ৰা
অমৃত ক'তেনো পাওঁ .....
ৰঙে ৰঙে ভৰা ৰামধেনু মন
ৰঙৰেই আলোড়ন
বৌদ্ৰস্নাত দুপাখিত মোৰ
বোলাই লৈছোঁ ৰং।। ❑

এঁকেছ শতিকাৰ সাৰথি আমি
অকণিৰ সমদল
ৰজ্‌নজনাই ধৰণী শুৱাই
নিজক গঢ়িবৰ হ'ল

ফুল কুমলীয়া পাত সেউজীয়া
আমি যে অকণি আৰু মোহনীয়া
মাতত আমাৰ মিঠা মৌ সনা
কামত ফুলিব ফুল
এলাহ পাহৰি কৰ্তব্য সঁহাৰি
বুকুত আশাৰ বোল
ৰজন্‌জনাই ধৰণী শুৱাই
নিজক গঢ়িবৰ হ'ল

চৌদিশে আমি চাওঁ চকু মেলি
দেশে বিদেশে আমাৰে লগৰী
সকলোৱে আজি হাতে হাতে ধৰি
খোজত খোজ মিলাই ব'ল
সকলোৱে মিলি লৈ আঁকোৱালি
মিলনক কৰি পণ
ৰজন্‌জনাই ধৰণী শুৱাই
নিজক গঢ়িবৰ হ'ল...।। ❑

অ' অ' অ' অ' চৰাই পোৱালি
মোৰ চোতালত আছ্ দেখোন উমলি?
খুটি খুটি খুটি খুটিছহি মোৰ ধান
ঐ কিমান যে তোৰ মান আৰু অভিমান
অ' অ' অ' অ' চৰাই পোৱালি
থাক্ থাক্ থাক্ থাক্ উমলি জামলি ...

শুকান গছৰ শুকান পাতে সাজিছ তোৰ বাহ
মোৰ পদূলিৰ ওখ গছত বাহ সজা তোৰ সাহ
ওখ গছত বাহ সজাৰ তোৰ দেখোন বৰ সাহ
পাখিটি লৰাই গীতটি গাব, দিয় এটা উৰুলি
থাক্ থাক্ তই থাক্ থাক্ থাক্ থাক্ উমলি জামলি
অ' অ' অ' অ' চৰাই পোৱালি
অ' অ' অ' অ' চৰাই পোৱালি

খেৰ কুটাবোৰ ঠোঁটত, ভৰাই বাহত সুমাই থৈ
ৰাখিছনে তোৰ পোৱালি কেইটা আৰাম লগাকৈ
ঘূৰি ঘূৰি তই নাচটি দিয় লগত এটি পখিলী
ৰং বিৰঙৰ পাখি মেলি থাক উমলি জামলি
অ' অ' অ' চৰাই পোৱালি...
অ' অ' চৰাই পোৱালি....। ❑

বৰষুণ, বৰষুণ, কিন্ কিন্ কিন্
খেলো আহাঁ কণমানি থিন্, থিন্, থিন্
আকাশে বজালে আজি মেঘৰ মাদল
তাকে দেখি ময়ূৰীৰ উখল মাখল
পানী বোকা, বোকা পানী বাৰিষাৰ দিন
খেলো আহাঁ কণমানি থিন, থিন, থিন।

গৰমৰ দিন কেইটা কিযে ভাল লাগে
পঢ়াশালি বন্ধ থাকে গোটেই মাহতে
পুৰা আৰু গধূলিত পঢ়িলেই হ'ল
সকলো মুখস্থ আছে খেলোঁগৈ ব'ল
ছবি আঁকো, আঁকো ছবি ৰঙীন ৰঙীন
খেলো আহাঁ কণমানি থিন্ থিন্ থিন। ◻

গুণ, গুণ, গুণ, গুণ আমি মৌ মাখি
ফুলে ফুলে ফুলে নাচো আহাঁচোন সখি
কেনেনো ধুনীয়া চোৰা আলসুৱা ফুল
ৰঙা, নীলা, বেঙুনীয়া, হালধীয়া বোল
ভোমোৰাও পৰি তাতে হয় মচগুল
ৰাগি লাগি মতলীয়া উগুল থুগুল
আহাঁ আহাঁ নাচোঁ আহাঁ নাচোঁ মেলি পাখি
ফুলে ফুলে নাচো আহা, আহাঁচোন সখি।

ফুলৰ বুকুত থাকে মিঠা মধুকণা
আহাঁ, তাকে আনি আমি সাঁজো ৰহঘৰা
পখিলা, পখীৰ সতে তালে তালে নাচা
চাৰে গামা, ৰেগা মাপা, আৰু পাধা নিচা
মৌ পিয়া, বুলবুলি আৰু সখিয়তী
আহিছে চৰাইবোৰো আমি অহা দেখি
গুণ, গুণ, গুণ, গুণ আমি মৌ মাখি
ফুলে ফুলে ফুলে নাচোঁ আহাঁচোন সখি। ❑

হে হে হেয়া, হে হে হেয়া, হে হে হেয়া হেয়
আহাঁ আহাঁ অকণমানি ব'হাগ বিহু পাতোঁ আমি
ওলাই আহাঁ ভাই-ভনী কুলি কেতেকী কৰে আমনি
কুলি কেতেকী কৰে আমনি গছৰ ডালত ৰাগ টানি
কুঁহিপাতে সাজে ধৰণী উতলা প্ৰকৃতি ৰাণী
আহাঁ, আহাঁ, ............... আমি

ফুলে ফুলে পৰে পখিলা বসন্তই মন কৰে উতলা
ৰিব্ ৰিব্ কৰি বতাহ বলে বৰদৈচিলাই ঢাপলি মেলে
জিলিক মিলিক জিয়া উৰে উখল মাখল মনে কৰে
বিহু নাম গাই হুঁচৰি গাওঁ, পেঁপা বজাওঁ ঢোলো বজাওঁ
আহাঁ, আহাঁ ভাই-ভনী ব'হাগ বিহু পাতোঁ আমি। ❑

আহ আ হৈয়া, আহ আ হৈয়া আহ আ হৈয়া হেয়,
ঢোলটি বজাওঁ আমি পেঁপাটি বজাওঁ
আহাঁ আমি বসন্তক স্বাগত জনাওঁ
গছত ফুলিছে সৌৰা কপৌ তগৰ
কুলিৰ মাতত শুনা গীতৰ লহৰ
কুউ উ, কুউ উ, কুউ উ, কুউ উ ......

কেতেকী জনীয়ে সোধে 'বৌ ককাই ক'ত?'
মাকে বোলে 'তোলৈ তৰা আছে য'ত'
সখিয়তী বালিমাহী নাচে য'ত ত'ত
বছৰৰ শেষ মাহ আহি পালে চ'ত
নাহৰৰ কুঁহিপাতে মৰল সজাওঁ
আহাঁ আমি বসন্তক স্বাগত জনাওঁ।

গুণ্, গুণ্, গুণ্, গুণ্, মৌ মাখি উৰে
ফুলে ফুলে পৰি কিনো বাতৰি বিচাৰে
ফুলে পাতে হালি জালি নাচে সুৰে সুৰে
মইনাই তাকে দেখি চাই দূৰে দূৰে
মৰতত আজি আমি সৰগ সজাওঁ
আহাঁ আমি বসন্তক স্বাগত জনাওঁ। ❑

আমি ফুল কলি ফুলনি ভৰাওঁ
ৰং বিৰঙেৰে ফুলি
দেশৰ সন্মানে আমিয়েই ৰাখিম
সকলো অকণি মিলি।

চৰাইৰ দৰে আমাৰ মুকলি মন
মৌ মাখিৰ দৰে কাম
পখিলাৰ দৰে ৰং ভাল পাওঁ
ধৰণীৰ ৰাখিম মান।

আমি সেউজ দেশৰ সেউজ পাৰৰ
সেউজৰ সেউজী সন্তান
মাটিৰ বুকুতে সেউজী উমতে
গাওঁ সেউজৰে গান
আমি সেউজৰ সেউজী সন্তান

সূৰুয সন্ধানী মন লৈ আমি
গাওঁ বিজয়ৰ গান
আমাৰ মনেৰে আমাৰ প্ৰাণেৰে
সেউজক ধৰাত বিলাম
আমি সেউজৰ সেউজী সন্তান

জ্ঞান সূৰুযৰ সোণালী আভাৰে
জননীক সজাম পৰাম
ধৰণীৰ বুকুত উদাৰ প্ৰেমেৰে
জনতাক স্বাগত জনাম
আমি সেউজৰ সেউজ সন্তান।। ❑

আছে সুখৰ এখনি দেশ
        এই পৃথিৱীতে, এই পৃথিৱীতে
আছে শান্তিৰ এখনি দেশ
        এই পৃথিৱীতে, এই পৃথিৱীতে
মহামানৱৰ মহান প্ৰেমৰ
        বৈ আছে নৈ, এই পৃথিৱীতে
মহা জীৱনৰ আদৰ্শকে
        আদৰোঁ আমি একতাৰে
আছে সুখৰ ............... পৃথিৱীতে

অকণি আমি ফুলৰ কলি
        ফুলেৰে সজাওঁ ধৰণীখনি
মৰম চেনেহ আমাৰ হিয়াৰ
        সিঁচি দিওঁ আমি মুক্ত ধৰাত
শইচৰ আমি লেছেৰি বোটলোঁ
        ভঁৰাল ভৰাওঁ উচাহেৰে

আছে সুখৰ এখনি নৈ
        হিয়াৰ মাজত গোপনে বৈ
ফুল, ফুলে তাতে গুণ্ গুণাই
        পখিলাই আহি চেনেহ বিলাই
আছে সুখৰ ............................পৃথিৱীতো।। ❑

আই অসমীৰ সোণৰ মাটিতে
জনম লভিলোঁ আমি
গুণ গৰিমাৰে আমিয়েই এদিন
উজলাম জনমভূমি.....

কৰ্মই আমাৰ ধৰ্ম মন্ত্ৰৰে
আগবাঢ়ি যাওঁ আমি
মাটিৰ বুকুত সোণৰ সন্ধান
প্ৰকৃতিৰ লীলা ভূমি
ঐক্য, সংহতি, লক্ষ্য আমাৰ
লক্ষ্য, প্ৰগতি, গতি
গুণ গৰিমাৰে ......... জনমভূমি।

লৌহ কাৰাগাৰ ভাঙিম আমি
বুকুত লাগিব বল
সমাজৰ আন্ধাৰ নাশিম আমি
নামিব শান্তিৰ ঢল
বিশ্ব বুকুতে জেউতি চৰাম
সেউজী অসম খনিৰ
গুণ গৰিমাৰে আমিয়েই এদিন
উজলাম জনমভূমি।। □

আমি পাৰিজাত সৰগৰ
আমি পাৰিজাত সৰগৰ
ফুল আলসুৱা পাপৰিৰে আমি
মচোঁ যত দুখ মৰতৰ
আমি পাৰিজাত সৰগৰ

আমাৰ মৰম সুঘ্ৰাণ আমি
চৌদিশে বিলাই দিওঁ
আমাৰ ৰঙৰ ৰঙীন পোহৰে
পৃথিৱী টৌৱাই নিওঁ
লক্ষ্য আমাৰ শান্তি প্ৰগতি
মাতো মাত অমাতৰ
আমি পাৰিজাত সৰগৰ .......

বহুজনে কয় পাৰিজাত হেনো
নন্দন কাননতহে ফুলে
ফুলাব জানিলে সৰগী পাৰিজাত
মৰতত‌ে হালে জালে।
অহিংসা, সত্য, বিশ্বাস য'তেই
প্ৰেম প্ৰীতি পৰম্পৰ নিৰন্তৰ
আমি পাৰিজাত সৰগৰ ..........।। ❑

ফুলনিৰ ফুলে
সৌৰভ বিলাওক
দীপ্ত কৰক হিয়া
এইটি পবিত্ৰ মাহেন্দ্ৰ ক্ষণতে
উৰুলি এজোলোক দিয়া......

আলোক সন্ধানীৰ
আলোকিত মন
ফুল কলি ফুলি আনে আলোড়ন
দীপ্ত আমি,
দীপ্ত তুমি
দীপ্ত হওক জনগণ
অসমী আইৰে মৰমী ভাষাৰে
হওক ধৰা সুশোভন....

ফুল কলি ফুলি
ফুলনি উপচি
উথলি উঠিছে হিয়া
এইটি পবিত্ৰ মাহেন্দ্ৰ ক্ষণতে
উৰুলি এজোলোক দিয়া .....
অসমী আইৰে চেনেহী ভাষাৰে
উঠক হৰ্ষধ্বনি
গগন নিনাদি উচ্চাৰো আহাঁ
অসমী আমাৰ জননী
আশাৰ ভাষাৰ ফুলনি
ফুলনি, ফুলনি, ফুলনি....।। ☐

একেলগে - আলোকেৰে ভৰা আমাৰ মন
আলোক বঞ্চিত পৃথিৱীখন
আলোক সন্ধানী, সুৰৰ যাত্ৰী আমি
আলোকেই পৰাণৰ পণ

ছোৱালী - হাতৰ মুঠি আমাৰ
ল'ৰা - দৃঢ়, সুদৃঢ়
ছোৱালী - মনৰ শক্তি আমাৰ
ল'ৰা - সুকঠিন লৌহ
সমস্বৰে - হাজাৰ বাধা আমি অতিক্ৰম কৰি যাওঁ
আলোকৰ সন্ধান শুভ।
আলোকেৰে ভৰা আমাৰ মন.......... পণ

ছোৱালী - পোহৰৰ পথে পথে
জয় গান গাওঁ
ল'ৰা - শান্তিৰ সমদল
ধ্বজা উৰুৱাওঁ
সমস্বৰে - আন্ধাৰ বিনাশি আমি আলোক বিলাই যাওঁ
মাতৃ ভূমিৰ আমি মুখ উজলাওঁ
আলোকেৰে ভৰা আমাৰ মন ......... পণ।। ❑

বেয়া কথা নক'বা অ' ৰিকি ৰ'জি
খেলোঁ আহাঁ গান্ধীজীৰ পুতলা সাজি
ভাল কাম কৰিলেহে ভাল মানুহ হয়
কথাটি মনত ৰাখা চিৰকাললৈ
খেলোঁ আহাঁ ৰুণ্ জুন্ আহাঁ নাচি নাচি
বাপুৰ সন্মান ৰাখোঁ আমিয়েই আজি।

বেয়া বস্তু নাচাবা অ' ৰিকি ৰ'জি
পঢ়োঁ আহাঁ কখ, গঘ, দুই তিনি চাৰি
অচল অটল হৈ আদৰ্শত ৰওঁ
বাপুজীৰ নামে এটি প্ৰতিজ্ঞাকে লওঁ
নাথাকোঁ আমি সদা ধেমালিতে মজি
গান্ধীৰ সন্মান ৰাখোঁ আমিয়েই আজি।

বেয়া কথা নুশুনিবা অ' ৰিকি ৰ'জি
নকটাবা ল'ৰাকাল ধেমালিতে মজি
গান্ধীজী জাতিৰ পিতা জৱাহৰ খুড়া
আমি পালোঁ স্বাধীনতা দুয়োৰেই পৰা
চকু, কাণ, নাক ঢাকি পুতলা সাজি
গান্ধীৰ সন্মান ৰাখোঁ আমিয়েই আজি।। ❑

'এইটো কাৰ দ'ল ৰজাৰ দ'ল
ভাঙিমনে নাভাঙিম' খেলোঁগে ব'ল
খেলোঁগে আহাচোন পদূলি মুখত
দেওদি দেওদি আবেলি পৰত
দেওদি দেওদি আবেলি পৰত

আৰু খেলোঁ 'শালিকী এ ৰটৌ টৌ
ভাত হ'ল, শাক হ'ল শালিকী কেনিবা গ'ল'
'এইটো কাৰ দ'ল ৰজাৰ দ'ল
ভাঙিমনে নাভাঙিম' খেলোঁগে ব'ল

'ৰ'দালি ই, ই, ই অ' ৰ'দ দে
ৰ'দালি ৰ'দ দে
ৰ'দালি ৰ'দ দে.....
'আলি কাটি জালি দিম বৰ পীৰা পাৰি দিম
তাতে বহি ৰ'দালি ৰ'দ দে'
আমি সবে মিলি ৰজাৰ দ'ল খেলিছোঁ
এচেৰেঙা ৰঙা ৰ'দে পোহৰাই দে'
তল্ মল্ তল্ মল্, তল্ মল্
এইটো কাৰ দ'ল ৰজাৰ দ'ল........।। ❑

ফাগুন, ফাগুন, ফাগুন, ফাগুন
আমাৰ মনৰ সপোন
ঝুনুক্ জুনুক্ জুনুকা কঁপাই
আহিল ফাগুন আপোন

বৰদৈচিলাই আঁচল উৰাই
উতলা সাজোন কাচোন
কপৌৰ কুৰুলি বিয়া নাম উৰুলি
বনগীত সুৰীয়া গা চোন

মৌ-মাখি আমি ফুলে ফুলে চুমি
ধৰোঁ উলাহত নাচোন
ঝুনুক জুনুক জুনুকা কঁপাই
আহিল ফাগুন আপোন।। ❑

আমি স্বাগত জনাও ফাগুনক
শীতে লঠঙা কৰা শুকান গছলে'
ফাগুনে আনিলে কুঁহিপাত
ৰিম্‌ঝিম বৰষুণ পৰিব এদিন তাতে
কুলি কেতেকীয়ে আহি লগাবহি মাত
আমি স্বাগত জনাওঁ ফাগুনক

ৰঙা ৰঙা ৰং সানি নাহৰ পলাশে
ফাগুনৰ চঞ্চলা আচল আঁৰত
লুকাই লুকাই মাতে
মৌ মাখি জাক
কোনে আহি কেনেকৈ
সাবটিব কাক
আমি স্বাগত জনাওঁ ফাগুনক
আমি স্বাগত জনাওঁ ফাগুনক...।। ❑

শংকৰ স্বৰূপে হৰি নিজ অংশে অৱতৰি
সমাজক দি গ'লা জ্ঞানৰ পোহৰ
হৰি নাম কীৰ্ত্তনৰ বোৱাই অমৃত ধাৰা
গৰিমাৰে মূৰ্ত্ত তুমি জয় গুৰু শ্ৰীমন্ত শংকৰ ।

(আমাৰ দুজনা গুৰু শঙ্কৰ-মাধৱলৈ সভক্তিৰে নিবেদিত)

শঙ্কৰ গুৰুক, মাধৱ গুৰুক
ক'তেনো লগে পাম
কীৰ্ত্তন দশম ৰত্নাৱলীৰ
পাতে মেলি চাম
তাতে শঙ্কৰ গুৰু
তাতে মাধৱ গুৰু
তাতে মোৰ দুজনা গুৰু ঐ

শঙ্কৰদেৱে উজলালে
মহা জ্ঞানৰ চক্ষু
সাহিত্যৰে ওপচালে
অসমী আইৰ বুকু
জনমিলে তেওঁ বৰদোৱাত
কটালে জীৱন কৃষ্ণ সেৱাত
কতনো দুখেৰে ধৰ্ম প্ৰচাৰিলে
জীৱনো কৰিলে পাত অ' .........

শঙ্কৰ মাধৱে দিলে
মৰম ধৰম প্ৰীতি
গীতে, মাতে, নাটে ৰূপ দিলে
সাহিত্য সংস্কৃতি
বাহুত শক্তি, হিয়াত ভক্তি
জাগক মৰম প্ৰীতি
আমি অসমীয়া, বাৰে ৰহণীয়া
অসমীয়া নহয় বুলিম কাক
বড়ো, কোঁচ, কছাৰী, খাচিয়া পাহাৰী
সকলোৰে মিলি একোটি জাত
একতাৰ ডোলেৰে দেশখন বান্ধিলে
জীৱনো কৰিলে পাত .....
অ' জীৱনো কৰিলে পাত .......
শঙ্কৰ গুৰু মাধৱ ........ গুৰুক।। ❑

(ৰূপকোঁৱৰৰ স্মৃতিত)

জ্যোতি প্ৰতিভাৰে অসমী জাগিলে
জাগিলে ভাৰতী আই
গাঁৱে ভূঞে, ডেকা গাভৰুৱে
জ্যোতিৰে গৰিমা গাই .........।

"সুন্দৰেযে ফুলাৰ মন্ত্ৰ অহোৰাত্ৰ মাতে ........
সেয়েহে আজি ইমান ফুল প্ৰভাতে প্ৰভাতে.......'

প্ৰাণত জগাই বিপুল শক্তি
গীতি কবিতাৰে নিবেদি ভক্তি
মাতৃ পূজাৰ বেদীত জ্যোতিয়ে
জ্বলালে ত্যাগৰ চাকি
অন্তৰ উজাৰি কবিতা ৰচিলে
গীতৰ আলোকেৰে জগত আলোকিলে
বীৰ, বীৰাঙ্গনাক জগাই তুলিলে
কিঞ্চিতো যে নথ'লে বাকী.......
জ্যোতি প্ৰতিভাৰ ........... গাই।। ☐

(গান্ধীজীৰ প্ৰতি শ্ৰদ্ধাৰ্ঘ্য)

মহামানৱ তুমি মহান মনৰ
তুমিয়েই জাতিৰ পিতা মহাত্মা আমাৰ
মহানুভৱতাৰে অন্তৰ জয় কৰি
থাপিলা দেশত তুমি ৰাজ্য ৰামৰ
মহামানৱ তুমি মহান মনৰ ......

অহিংসা মন্ত্ৰৰে আন্ধাৰ নাশি
সত্য, প্ৰেম, দীক্ষাৰে শত্ৰু বিনাশি
শান্তিৰ সৌধ তুমিয়েই সাজি দিলা
স্বাধীনতা আনি দিলা ভাৰতবৰ্ষৰ
মহামানৱ তুমি মহান মনৰ ....

হিন্দু, মুচলিম, খ্ৰীষ্টান ভাই
শিখ বৌদ্ধৰ মাজে ভেদাভেদ নাই
একে আই ভাৰতীৰ একেই সন্তান আমি
শিৰোনত, বন্দিত তযু আদৰ্শৰ
মহা মানৱ তুমি মহান মনৰ
মহা মানৱ তুমি মহান মনৰ
মহা মানৱ তুমি মহান মনৰ।। ❑

(ভাৰতবৰ্ষৰ প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহেৰুৰ স্মৃতিত উৎসৰ্গিত)

আছিলা তুমি জৱাহৰ
জ্ঞান আৰু প্ৰেমৰ সাগৰ
গান্ধীজীৰ আদৰ্শৰে জীৱনৰ বাট বুলি
জগতলৈ' ৰাখি গ'লা ত্যাগৰ স্বাক্ষৰ

স্বদেশৰ বাবে তুমি কৰিলাঁ অনেক
আছিলা মহান বীৰ পথ প্ৰদৰ্শক
প্ৰথম প্ৰধান মন্ত্ৰী ভাৰতৰ তুমিয়েই
সুযোগ্য সন্তান তুমি এলাহাবাদৰ

মৈত্ৰীৰ নামেৰে ত্ৰিবেণী সঙ্গমত
পবিত্ৰ কৰিলাঁ দেহা
জনতাৰ বাবে কাৰাও বৰিলা
পাতি দেশ প্ৰেমৰ বেহা........

প্ৰচাৰিলা মানৱীয় ধৰ্ম তোমাৰ
প্ৰতিজন ভাৰতীয় কৰি একাকাৰ
তোমাৰেই কীৰ্তিৰ নাই কোনো পাৰাপাৰ
জনতালৈ' ৰাখি গ'লা ত্যাগৰ স্বাক্ষৰ
তুমি জৱাহৰ, তুমি জৱাহৰ, তুমি জৱাহৰ....।। ❑

(বকুল বনৰ কবি আনন্দ চন্দ্ৰ বৰুৱাৰ স্মৃতিচাৰণ গীত)

বকুল, বকুল, বকুল বনানি, বকুলৰ সুঘ্ৰাণ
কোন কবি প্ৰাণে বকুল বনতে
কৰিলে কৃষ্টি স্নান

দিহা নৈ...., অ' দিহা নৈ....
তই আছনে এতিয়াও বৈ
বুকুত লৈ আছনে প্ৰেমৰ বতৰা
ৰ চোন কৈ — যা — কৈ —

কোন কবি প্ৰাণে তোৰে দুই পাৰে
সিঁচিলে সাহিত্যৰ গুটি
'পৰাগ পুষ্পক' 'কুমাৰ সম্ভৱ'
'নল দময়ন্তী' লেখি
'কপৌ কুঁৱৰী' 'পৰিমল পাপৰি'
ৰচনা বিদ্যমান
কোন কবি প্ৰাণে বকুল বনতে
কৰিলে কৃষ্টি স্নান।

ভাষা জননীৰ পূজাৰ বেদীত
নিবেদি 'এচিয়াৰ জ্যোতি'
'বিসৰ্জনক বিজয়া' – 'ছোভিয়েট কবিতা'
মহীয়ান কৰিলে স্মৃতি
যাচো অঞ্জলি তোমাক সুঁৱৰি
আদৰ্শ হওক অম্লান
তৱ কবি প্ৰাণে বকুলৰ স'তে
কৰিলে অমিয়া স্নান...।। ❑

(দুহিত্ৰী, ছন্দশ্ৰী আভাৰ স্মৃতিচাৰণ গীত)

ছন্দশ্ৰী আভা, তুমিয়েই প্ৰভা
জগতত বিয়পক তোমাৰ প্ৰতিভা
ছন্দশ্ৰী আভা, ছন্দশ্ৰী আভা, ছন্দশ্ৰী আভা

আছিলা অকণি তুমি আমাৰ গাঁৱৰ
ভ্ৰমণ কৰিলা তুমি দেশ দীপান্তৰ
তোমাৰ প্ৰাণত থকা মৰমৰ মৌ কোঁহ
ঢালি দিলা বিশ্বৰ প্ৰতিটো কোণত
ছন্দশ্ৰী আভা, ছন্দশ্ৰী আভা, ছন্দশ্ৰী আভা..

কবিতাৰ ছন্দৰে 'ছন্দশ্ৰী' হ'লা
যশ, নাম কীৰ্তিও অসমীক দিলা
কণমানি জীৱনত ফুল, পখী, ছবি আঁকি
নানা ৰঙী ফাকু খেলি প্ৰেমেৰে মুহিলা
ছন্দশ্ৰী আভা, ছন্দশ্ৰী আভা, ছন্দশ্ৰী আভা

আশাৰেই ওপচা তোমাৰেই প্ৰাণ
ভাৰতীৰ গৌৰৱেৰে হওক মহীয়ান
বিশ্বত বৈ যাওক তোমাৰ অমৰ খ্যাতি
তোমাৰ আদৰ্শ ৰাজি হওক গৰীয়ান
ছন্দশ্ৰী আভা, ছন্দশ্ৰী আভা, ছন্দশ্ৰী আভা...।। □

(বোমা বিস্ফোৰণত আহত আৰু নিহতসকললৈ সমবেদনাৰে...)

বিস্ফোৰণ আজি বিস্ফোৰণ, বিস্ফোৰণ বোমা বিস্ফোৰণ
অসহায় জনগণ কৰুণ ক্ৰন্দন
তেজেৰে বান্ধিছে ডোঙা মহানগৰীত
মঙ্গহে পাতিছে দ'ম পথৰ দাঁতিত
আহত-নিহত হ'ল আত্মীয় স্বজন
কেনেকৈ কিয় ঘটে এই অঘটন
বিস্ফোৰণ বোমা বিস্ফোৰণ, বিস্ফোৰণ আজি বিস্ফোৰণ

সঁচাকৈয়ে আমি আজি বৰ অসহায়
ভাই-ভনীহঁতে কান্দে ইনাই-বিনাই
মৰিলে কোনেনো বাৰু দিবহি জীয়াই
কোনেনো বুজিব বাৰু বিপত্তি বিলাই...।
আনিব লাগিব আমি জনজাগৰণ
সন্ত্ৰাস তেজপিয়া কৰিম নিধন।

কিয়নো নকৰোঁ আমি শান্তিৰ সন্ধান
কিয়নো নাগাওঁ স্বজাতিৰ জয়গান
মিলি-জুলি কৰোঁ যদি শান্তিৰ সন্ধান
নিশ্চয়েই পাম আমি পথ সমাধান
বন্ধ কৰা আজি বিস্ফোৰণ
বন্ধ কৰা আজি বিস্ফোৰণ
বন্ধ কৰা আজি বিস্ফোৰণ...। ❑

(ৰাধাকৃষ্ণণ প্ৰশস্তি)

পণ্ডিত প্ৰবৰ তুমি পণ্ডিত প্ৰবৰ
'ভাৰত ৰত্ন' সৰ্ব্বপল্লী জ্ঞান যোগেশ্বৰ।
উজ্জ্বল নক্ষত্ৰ তুমি ভাৰত আকাশৰ
সাজি গ'লা জ্ঞান সৌধ ভাৰতবৰ্ষৰ।
বৃত্তিত শিক্ষক হৈও ৰাষ্ট্ৰপতি হ'লা
সবাৰে উচ্চত স্থান শিক্ষকক দিলা।
বিশ্বৰ সকলো ঠাই তোমাৰেই ঘৰ
প্ৰাচ্য পাশ্চাত্য কোনো নাই ভিন পৰ
ভাৰতৰত্ন সৰ্ব্বপল্লী মহা যোগেশ্বৰ।

সমাজ উন্নতি কৰি হ'লা মহীয়ান
তযু গুণ, তব নাম সদা জ্যোতিষ্মান।
আজি এই পুণ্য ক্ষণে চৰণত ধৰি
নিবেদিছোঁ ভক্তি অৰ্ঘ্য কৃতাঞ্জলি কৰি।
সুবক্তা, দাৰ্শনিক গুণৰ আকৰ
'ভাৰত ৰত্ন' সৰ্ব্বপল্লী জ্ঞান যোগেশ্বৰ। □

*এইখন জীৱনৰ নদী*
*এই নদী গতি নিৰবধি*
*প্ৰতি প্ৰহৰত যাৰ জাগি উঠে সুবৰ্ণ চেতনা*
*বাসন্তী বতাহ জাকে উৰুৱাই লৈ যায়*
*বুকুৰ বেদনা ... ।*

আবাহন, আবাহন, আবাহন...
আজি নব যুগৰেই জাগৰণ
মুক্ত কণ্ঠে আজি নব প্ৰভাতত
সমবেত সংগীত সেবা প্ৰাংগণত
মুকুতিৰে পূজা আজি মধুৰ লগন
সুপবিত্ৰ আলোকেৰে জাগে জনগণ
আবাহন, আবাহন, আবাহন.......

মন মুকুতাৰ মালা উজলি উঠক
প্ৰেম মৰকতে তাতে ৰহণ চৰক
বাই ভনী মিলি জুলি কৰোঁ উচ্চাৰণ
আজি নব যুগৰেই নব আগমন..
আবাহন, আবাহন, আবাহন
আজি নবযুগৰেই জাগৰণ.....

বৰ অসমৰ সৌবা স্বৰ্ণালী ক্ষণৰ
নিজৰা বাগৰি বয় সমন্বয়ৰ
যুগে যুগে মিলনৰ বয় সমীৰণ
নামি আহে ধৰালৈ সুৰৰ প্লাবন
সু-পবিত্ৰ আলোকেৰে জাগে জনগণ
আবাহন, আবাহন, আবাহন.......
আবাহন, আবাহন, আবাহন..... ।। ❑

(ৰঙালী বিহু সন্মিলনৰ সমবেত সঙ্গীত)

স্বাগতম্ স্বাগতম্ স্বাগতম্
আমাৰেই ৰঙালী বিহুটিৰ
শুভ আগমন....

ৰঙে ৰঙে উপচিল
শ্যামলী ধৰা
সমীৰণে কাণে কাণে
ক'লেহি কথা
তুমি আহিছা ৰঙৰ সঁফুৰা লৈ
শান্তি সুবাস আৰু মৃদু সমীৰণ
স্বাগতম্ স্বাগতম্ স্বাগতম্

কপৌ কেতেকীহঁতে
লাজুকী ওৰণি তুলি
উদঙাই দিলে হিয়া
আনন্দে গোপন
তুমি আহিছা ৰঙৰ সঁফুৰা লৈ
শান্তি সুবাস আৰু মৃদু সমীৰণ
স্বাগতম্ স্বাগতম স্বাগতম্

পেঁপাৰ টিহিটি সুৰে
গাভৰুৰ মন হৰে
ঢোল, টকা, গগণাৰে
সুমধু-মিলন
তুমি আহিছা ৰঙৰ সঁফুৰা লৈ
ৰঙেৰে ৰঙালী মন
আনন্দে মগন
স্বাগতম্ স্বাগতম্ স্বাগতম্.....।। ❑

(মহিলাৰ সমবেত সঙ্গীত)

ওলাই আহাঁ, আমাৰ গাঁৱৰ
বাই ভনীৰ দল
সুপ্ত পৰাণ জগাই তোলা
বোৱাই শান্তিৰ ধল

ওলাই আহাঁ আমাৰ গাঁৱৰ
নাৰী মাতৃৰ দল
একতাৰে গাওঁ আমি
গীত মিলনৰ...

আমাৰে গাঁৱৰে... অ' জোনে জোনালী
জীয়াৰী বোৱাৰী... অ' জোনে জোনালী
তাঁতৰ শালত সপোন ৰচে
আই মোৰ অসমীৰ সোণালী ভৱিষ্যত
আমাৰে হাততে আছে.....

আমি বাই ভনী যাওঁ আগেবাঢ়ি
হাতে হাতে ধৰি আজি
লেখা পঢ়া শিকি দেশখনি গঢ়ি
বঢ়াওঁ অসমীৰে প্ৰীতি

মৰম দিয়া নিয়া চেনেহ দিয়া নিয়া
আহাঁ কৰোঁ আমি পণ
সুপ্ত পৰাণ জগাই তোলো
আনো নব জাগৰণ।। ❑

আহাঁ বিজয়ৰ ধ্বজা উৰুৱাই
আহাঁ আজি আমি যাওঁ আগুৱাই
এই ভেদা-ভেদ কৰি পৰিহাৰ
আই ভাৰতীৰ বক্ষ শুৱাই
আহাঁ আজি আমি যাওঁ আগুৱাই।

আমাৰ বাহুত অসীম শক্তি
মনতো অপাৰ বল
আমাৰ প্ৰাণত অচলা ভক্তি
আমি একতাৰ সুদৃঢ় দল...
আহাঁ আজি আমি যাওঁ আগুৱাই
ওলাই যাবৰ হ'ল....।
ধৰণী শুৱাই, ধৰণী শুৱাই, ধৰণী শুৱাই।
আহাঁ আজি আমি যাওঁ আগুৱাই.....।

নতুন যুগৰ আমি নৱ যাত্ৰী
ৰণলৈ নকৰোঁ ভয়
মিলনৰ মন্ত্ৰৰে জগত জিনিম
নিশ্চিত, সুনিশ্চিত আমি
বাজিব শীঘ্ৰে মেদিনী কঁপাই
জয় জননীৰ জয়
জয় ভাৰতীৰ জয়
জয় জননীৰ জয়....।। □

(মহিলাৰ সমবেত সঙ্গীত)

শত বছৰৰ শোষিত বছৰৰ শোষিত দলিত
নাৰী সতী আজি হোৱা জাগ্ৰত
আন্ধাৰ বিনাশী পোহৰ আদৰি
মুক্ত হ'বৰ হ'ল
আগবাঢ়ি আহাঁ, আহাঁ আগবাঢ়ি
নব তৰুণীৰ দল

হৃদয় বীণাৰ ঝংকাৰ তুলি
আকাশ কঁপাই মেদিনী ফালি
জয়ৰ নিচান যোৱা উৰুৱাই
বাসনাৰে উচ্ছল....
আগবাঢ়ি আহাঁ, আহাঁ আগবাঢ়ি
নব তৰুণীৰ দল।

ৰুদ্ধ কাৰাগাৰ ভাঙিব লাগিব
প্ৰাণত লাগিব বল
ভেদা-ভেদ প্ৰাচীৰ খহাব লাগিব
বোৱাই প্ৰশান্তিৰ ধল
আগবাঢ়ি আহাঁ, আহাঁ আগবাঢ়ি
নব তৰুণীৰ দল ।। ❑

(মহিলাৰ সমবেত সঙ্গীত)

আমি প্ৰতিভা, আমি পোহৰ শিখা
একে মন এক প্ৰাণ সূৰ্য দিশা
আমি প্ৰতিভা, আমি আলোক শিখা....
আমি প্ৰতিভা, আমি প্ৰতিভা, আমি প্ৰতিভা.....।

আমিয়েই স্বদেশৰ স্বপ্ন মণি
আমিয়েই ধৰণীৰ ৰত্ন খনি
দেশৰ প্ৰগতি ৰাজি, আমাৰ হাততে আজি
আমি যাওঁ আগবাঢ়ি মুক্ত দিশা
আমি প্ৰতিভা, আমি প্ৰতিভা, আমি প্ৰতিভা....।

তুলসী তলত চাকি আমিয়েই জ্বলাওঁ
লখিমী ধাননিখনি আমিয়েই শুৱাওঁ
চেনেহৰ এনাজৰী টানি ধৰোঁ আমিয়েই
লেখি, পঢ়ি সেৱা কৰোঁ - মৰমী ভাষাৰ
আমি প্ৰতিভা, আমি প্ৰতিভা, আমি প্ৰতিভা....।। ❑

(জয়মতী উৎসৱৰ সমবেত সঙ্গীত)

প্ৰণামো ৰমণী জয়মতী
তুমি পতিপ্ৰাণা মহাসতী
অসমীৰ বুকুতে প্ৰতিভা স্থাপিলা
নিৰৱে যাচিলা প্ৰাণাহুতি

নিষ্ঠুৰ ল'ৰা ৰজাই শাস্তি বিহিলে
চোৰাতে কোবালে, কেঁচা তেজ বোৱালে
সতীত্বৰ মহিমা বুজিব নোৱাৰি
কাললৈ খিয়াতি ৰাখিলে
প্ৰণামো ৰমণী জয়মতী
হে প্ৰতিপ্ৰাণা মহাসতী...

তোমাৰ ৰঙা ৰক্তৰ ঢৌৱে
ধৰণী ঢৌৱাই যাব
যুগ যুগলৈ আদৰ্শৰ কঠীয়া
অহৰহে ছটিয়াব
প্ৰণামো ৰমণী জয়মতী
তুমি প্ৰতিপ্ৰাণা মহাসতী....

অসমীৰ জীয়াৰী অসমীৰ. বোৱাৰী
তোমাৰ গুণেৰে হ'ব মহীয়ান
স্বদেশ প্ৰেমত নিজকো তেজিব
বিনাশী শতৰু অনিৰ্বাণ
প্ৰণামো ৰমণী জয়মতী।। ☐

আমি নতুন যুগৰ নৱ যাত্ৰী
বিশ্বই আমাৰ ঘৰ
মিলন ধৰাত আজি নাই কোনো ভেদ পৰ
নাই কোনো সন্ধ-বৰ।

আমাক লাগে আজি পুৰণি পৃথিৱীক
নিতে নৱ ৰূপ দিবলৈ
নতুন প্ৰভাতৰ আলোকেৰে আজি
জীৱনক জিলিকাই তুলিবলৈ

শান্তি - আমাক লাগে
প্ৰগতি - আমাক লাগে
শক্তি - আমাক লাগে
সমৃদ্ধি - আমাক লাগে
ব্যক্তি সমাজ আজি নিৰ্বিশেষে
মহীয়ান, গৰীয়ান কৰিবলৈ
নিতে নৱ নৱ ৰূপ দিবলৈ

(কথা - হে, মোৰ স্বদেশৰ জনগণ, আহাঁ, ওলাই আহাঁ আমি স্বদেশৰ ধূলি-মাটি শিৰত লৈ ন সূৰুযৰ পোহৰ ল'বলৈ একেলগে আগবাঢ়ি যাওঁ।)

আহাঁচোন আগবাঢ়ি
লোৱাচোন পণ কৰি
হাতে হাতে ধৰি আমি যাওঁ আজি আগুৱাই
সজ্ঞান বন্তিৰে তোলো পথ পোহৰাই
আমি নিৰ্ভীক সচেতন শিক্ষামুখী যাত্ৰী
অসীম একক আমি নাই ভিন-পৰ
বিশ্বই আমাৰ ঘৰ
বিশ্বই আমাৰ ঘৰ
বিশ্বই আমাৰ..... ঘ....ৰ....।
বিশ্বই আমাৰ....ঘ....ৰ....।। □

আমি দেশৰ নাৰী - প্ৰগতিৰ
আমি দেশৰ নাৰী - শান্তিৰ
আমি দেশৰ নাৰী - মৈত্ৰীৰ

স্বদেশৰ বাই ভনী মিলি এক হওঁ
মিলনৰ ৰহণেৰে ৰহণ চৰাওঁ
একতা শান্তি আৰু প্ৰগতিৰ মন্ত্ৰেৰে
আহাঁ আমি বিজয়ৰ ধ্বজা উৰুৱাওঁ
আমিয়েই জনতাৰ পথ মুক্তিৰ
আমি দেশৰ নাৰী প্ৰগতিৰ.......।

আহাঁ আমি মিলিজুলি গীত এটি গাওঁ
সত্য শিৱ সুন্দৰেৰে পৃথিৱী সজাওঁ....

হিংসা, দ্বেষ আমি কৰোঁ পৰিহাৰ
শক্তি মাতৃ আমি প্ৰাণ জনতাৰ
একতাৰ যুতিমালি মালাধাৰি গাঁথি যাওঁ
হিয়াৰ সুঘ্ৰাণ আমি দিওঁ ছটিয়াই
আমিয়েই চানেকী হওঁ - মিলন প্ৰীতিৰ
আমি দেশৰ নাৰী-প্ৰগতিৰ....।। ❑

আমি প্ৰেমৰ বন্তি শিখা জ্বলাওঁ
আমি জ্ঞানৰ বন্তি শিখা জ্বলাওঁ

একতা মন্ত্ৰে আমি যাওঁ আগুৱাই
সত্য শিৱ সুন্দৰৰ সাধনা বঢ়াই
ত্যাগৰ মন্ত্ৰৰে পথ উজলাই
আমিয়েই সত্যৰ শৰাই সজাওঁ
প্ৰেমৰ বন্তি শিখা জ্বলাওঁ

আমি মাতৃ, আমি ধাত্ৰী, আমি শিক্ষয়িত্ৰী
গাৰ্গী মৈত্ৰেয়ী খনা আমিয়ে গায়ত্ৰী
সত্যতা, সাহস হওক আমাৰ জীৱন
একতা সোণালী সূতা আমাৰেই পণ
আমি বিশ্বক শান্তিৰে সজাও পৰাও
আমি জ্ঞানৰ বন্তি শিখা জ্বলাওঁ.......।। ❑

(লেখিকাসকলৰ বাবে উৎসৰ্গিত)

আমি গৰবিনী অসম নন্দিনী
মহীয়সী ভাৰতৰ
আমি পূজাৰিণী ভাষা জননীৰ
অভিনৱ চৰণৰ

শব্দ পূজাৰ যজ্ঞ আমাৰ
বেদী মহা মিলনৰ
আমি সৰস্বতী দেবী পাৰ্বতী
লখিমী আমি ঘৰৰ
শকতি থাপিম আন্ধাৰ নাশিম
আমি জন জীৱনৰ
আমি পূজাৰিণী ভাষা জননীৰ
অভিনৱ চৰণৰ

সুশোভিতা আমি সমবেতা আমি
শুভ মহা লগনৰ
যুগে যুগে আমি শলিতা জ্বলাম
প্ৰজ্ঞান আলোকৰ
ধ্বজা উৰুৱাম জয় গীতি গাম
লেখিকা সমাৰোহৰ
আমি পূজাৰিণী ভাষা জননীৰ
অভিনৱ চৰণৰ....।। □

(যুৱক-যুৱতীৰ সমস্বৰ সংগীত)

যুৱক ঃ আহ ঐ আহ, আহ ঐ আহ
আহ অ' ৰঙাই, আহ অ' ভদাই
পথাৰলে' যাওঁ আহ

যুৱতী ঃআহ ঐ আহ, আহ ঐ আহ
আহ অ' ব'হাগী, আহ অ' শাওণী
পথাৰলে' যাওঁ আহ

যুৱক ঃ নাঙল যুঁৱলি হাতে হাতে ধৰি
আমিয়ে চহাওঁ মাটি

যুৱতী ঃআমি ৰুইয়ে যাওঁ সেউজী কঠীয়া
পথাৰৰে বুকু ঢাকি

যুৱতী ঃপথাৰৰ বুকু সেউজীয়া হ'ব
শইচৰ মেলিব মেলিব ঠোক

যুৱতী ঃসোণগুটি ধানেৰে পূৰাই আমাৰ ভঁৰাল
গুচামে পেটৰে ভোক

সমস্বৰে ঃহে বৰুণ দেৱতা কাবৌকে মাতিছো ৰৰযুণ এছাটি দিয়া
খৰ নামাৰিবা সূৰুয ঐ দেৱতা, চোকা ৰ'দ আঁতৰাই দিয়া
ৰ'দে ৰৰযুণে মিলি পৰিলেহে
পথাৰখন শুৱনি হ'ব
শুৱনি ধাননি লখিমী বোৱাৰী
বিয়টি আদৰি ল'ব ...

আমাৰ আই অসমী অতিকে লাৱনী

ক্ৰমশ ...

সোণালী শইচৰ ভূমি
আইৰ বুকুখনি আমিয়ে জুৰামে
উলাহেৰে খেতি কৰি।

নাঙল ঐ যুঁৱলি, মৈ-টকা, ইহমাৰি
যতনে সামৰি থম
বছৰ বাগৰিলে আকৌ যে লাগিব
তেতিয়া উলিয়াই ল'ম।

সোণগুটি ডাঙৰি পূৰঠৈকে লেচেৰি
আলি ভাঙো ভাঙো কৰে
পীৰিতি প্ৰেমৰ ধন আশাৰে আলিঙ্গন
যৌৱন পিছলি পৰে

হাতে হাতে ধৰি আমি কৰোঁ খেতি
কিনো ক'ম লগৰী তোক
সোণগুটি ধানেৰে পূৰাই আমাৰ ভঁৰাল
পেটৰে গুচামে ভোক। ❑

জন্মভূমি আমাৰ জন্মভূমি আমাৰ
জন্মভূমি আমাৰ আশাৰ
জন্মভূমি ভাষাৰ,
জন্মভূমি আমাৰ....

পূত পবিত্ৰ ভাৰতবৰ্ষত
আমাৰ অসমী দেশ
জাতি-বৰ্ণৰ মিলন ক্ষেত্ৰ
নাই হিংসা-দ্বেষ
আমাৰ প্ৰাণত নতুন পোহৰ
কৰ্ম জন সেৱাৰ
জন্মভূমি আমাৰ.......

প্ৰেম কৰুণাৰ হৃদয় আমাৰ
মানৱীয় অধিকাৰ
গুচাব লাগিব তোমাৰ বুকুৰ
সন্ত্ৰাস ব্যভিচাৰ
জীৱন যুঁজত জয়ী হ'ম আমি
শিৰত আশিস তোমাৰ
জন্মভূমি আমাৰ..... জন্মভূমি আমাৰ....। ❑

(প্রয়াস অনুষ্ঠানৰ মঞ্চ গীত)

প্রয়াস, প্রয়াস, প্রয়াস, আমাৰ প্রয়াস,
আমি প্রয়াস কৰোঁ পোহৰৰ
আমি প্রয়াস কৰোঁ নতুনৰ

নতুন সৃষ্টিক আদৰি আনো
পুৰণি কৃষ্টিত ৰহণ সানো
সমাজক নিকা কৰোঁ সংঘাত আঁতৰাই
প্রতিষ্ঠা কৰো আমি প্রাণৰ বিশ্বাস
প্রয়াস, প্রয়াস, প্রয়াস আমাৰ প্রয়াস

নতুন যুগৰ আমি নতুন মানুহ
জীৱনৰ জয় গীত কল্পনা দুৰূহ
প্রয়াস কষতিৰে সঞ্জীৱিত কৰোঁ আমি
মৰহি যাব খোজা প্রতিভা সমূহ
প্রয়াস, প্রয়াস, প্রয়াস, আমাৰ প্রয়াস

দৃষ্টিত আমাৰ ফুলে, সৃষ্টিৰ শতদল
মহা মিলনৰ এই মধুৰ আৱেশ
সোণালী সূতাৰে বান্ধো একতা উদয় কৰোঁ
আকৃতি অমিয়া সুধা জনতা স্বদেশ
প্রয়াস, প্রয়াস, প্রয়াস, আমাৰ প্রয়াস,

মাটিৰ মৰমে আমি পৰাণ বোলাও
জনতা জনম সুধা ধৰণী সজাওঁ
সুন্দৰৰ দিগন্তৰ দুৱাৰ মুকলি কৰোঁ
উদ্যম, মনোৰম, উৎসাহ অশেষ
প্রয়াস, প্রয়াস, প্রয়াস, আমাৰ প্রয়াস। ❑

মানুহ মানুহ আমি মানুহ মানুহ
মানুহ মানুহ আমি মানুহ মানুহ
মানুহৰ নাই কোনো জাত
মানুহৰ মানৱতা সবোগত কৰি আমি
পাতো আজি চেনেহৰ হাট

সেউজীয়া হওঁ আমি মানুহৰ পৃথিৱীত
মৰমৰ মধুৰ ভাবাৰে
কৰ্ম, সততা ত্যাগে হৃদয় সেউজ কৰি
ইজনে সিজনে সহায়েৰে
সন্মান কৰোঁ আমি মোহনীয়া ধৰাখনি
বিপদত সহায়ৰ মাত
মানুহৰ মানৱতা সবোগত কৰি আমি
পাতো আজি অন্তৰৰ হাট। ❑

*সকলো পুৰণিয়েই অতীতৰ সুখ দুখৰ কথা সাঁচি থয়*
*সময় মিলাই কেতিয়াবা মনে মনে কথা কয়।*

কানাইৰ মুৰুলী ধ্বনি
দূৰৈতে ৰাধাই শুনি
বৃন্দাবনে আকৰ্ষিত হৈল
থমকি থমকি মন
কিবা ভাবে উচাটন
তৰু-বন ভৈলন্ত চঞ্চল

কবৰীত কৰবী ফুলে
নাচে তাতে অলিকুলে
মতলীয়া মজি আনন্দত
লাজুকী লাজুক ভাৱে
বৃন্দাবনে ৰাধা চলে
প্ৰাণ মন হৈল হৰষিত....।

ৰাধা বোলে 'শ্যামকানু
বজোৱা মোহন বেণু
মনে মোৰ নসহে বিৰহ'
হাসি কানু লয়লাসে
পঞ্চম সুৰে বেণু বাৱে
বৃন্দাবনে হৈলন্ত ধ্বনিত
কানাইৰ মুৰুলী ধ্বনি.... চঞ্চল।। ❑

কানাই হে, এ, এ, এ ৰাধিকা ডাকে তোমাক
কানাই হে, এ, এ, এ ৰাধিকা ডাকে তোমাক
তোমাৰ বিৰহে পৰাণ নসহে
সমস্ত গোপী জাক হে, এ, এ, এ কানাই
ৰাধিকা ডাকে তোমাক .........

বৃন্দাবনে বাজে নূপুৰৰ ধ্বনি
লতিকা বিৰিখৰ মাজে
তোমাৰ সোণৰ বংশী কাহাত ৰাখিলা
ক'ত নূপুৰৰ খোজে এ এ এ কানাই
ৰাধিকা ডাকে তোমাক

গোপিনীৰ গৃহে দুগ্ধ দধি খাই
নপলাইল তোৰ ভোক
কিয় তুমি আউৰ যোৱা মথুৰাক
কোন সতে এৰো তোক হে এ এ এ কানাই
ৰাধিকা ডাকে তোমাক।। ❑

*দূৰ দিগন্তত সোঁ তৰাৰ দীপালি লেখি*
*নীলিমাত তৰিলেও আশাৰেই পাল*
*নিমিষতে খহি পৰা পপীয়া তৰাৰ দৰে*
*সপোনৰ শেষ হ'ব চাপিলেহে কাল।*

ঘোষা ঃ

দেহৰে বুকুতে জীৱনে মৰণে দেহতে সৰগী ধাম
সাতো বৈকুণ্ঠৰ সমস্ত সম্ভাৰ দেহৰে মধ্যতে পাম।

পদ ঃ

হৃদয়ে হৃদয়ে বৈছে যমুনা তাৰ পাৰাপাৰ নাই
তেৱেঁই দেহ ৰক্ষী, তেৱেঁই চৈধ্য সাক্ষী, তেওঁ বিনা আউৰ নাই

তুমি মই কোন, কোনেনো জানিব, কোন কাৰ কোনেনো জানে
ফুল জুপি আনি কোনে ৰুইছিলে তেৱেঁই নজনায় মানে

হৃদয়ে হৃদয়ে বয় একে সুঁতি একে চেনেহৰ ধাৰ
একেটি সুৰতে বাঁহীটি বজাইছে নাই কোনো পাৰাপাৰ।। ❑

ঈশ্বৰে স্ৰজিলে জীৱ চাৰি মুঠি উৰণ, বুৰণ, গজন, ভ্ৰমণ
দেহাৰে ভিতৰে ব্ৰহ্মাণ্ড স্ৰজিলে তাৰ মাজে পৰম ধন।

জীৱনৰ সাৰথি তেওঁহে প্ৰভুদেউ, জীৱনৰ সাৰথি তেওঁ
নদীৰ দুয়োপাৰে জীৱনে মৰণে চিৰস্থায়ী নহয় কেও
দেহৰে মাজতে আছে ৰাধাকৃষ্ণ, অগনি, বায়ু, বৰুণ
দেহৰে ভিতৰতে ব্ৰহ্মাণ্ড স্ৰজিলে তাৰ মাজে পৰম ধন।

চন্দ্ৰ, সূৰ্য, আদি সৰ্ব দেৱগণ দেহাতে কৰে নিবাস
আই সৰস্বতী, প্ৰভু প্ৰজাপতি দেহৰ মধ্যতে বাস
দেহৰে ভিতৰতে যমুনা গঙ্গামাও দেহাৰে মাজতে মন
দেহাৰে ভিতৰে ব্ৰহ্মাণ্ড স্ৰজিলে তাৰ মাজত পৰম ধন। ❑

সাগৰ কেতিয়াও আকাশ নহয়; আকাশ নহয় সাগৰ
সাগৰৰ আছে সাগৰৰ মহিমা; আকাশতহে থাকে ডাৱৰ

পৰৰ সম্পদ নিজৰ নহয়; ভাগ্য সবাৰে নিজা
ৰজা কেতিয়াও নহয় খৰিভাৰী; খৰিভাৰী নহয় ৰজা
যাক যেনেদৰে দিছে বিধাতাই উৰণ, বুৰণ, জঙ্গম, স্থাৱৰ
সাগৰৰ আছে সাগৰৰ মহিমা, আকাশতহে থাকে ডাৱৰ।

নিজৰ জীৱন সদা নিজৰেই দহো আঙুলিৰ কাম
পৰৰ ধনলৈ আশা কৰা মিছা, হাতে কাম মুখে ৰাম
আলস্য আঁতৰাই কৰ্ম কৰিলে নালাগে কদাপি ভাগৰ,
সাগৰৰ আছে সাগৰৰ মহিমা, আকাশতহে আছে ডাৱৰ। ❑

গছৰ পৰা গুটি হ'ল মোৰ মনাই ঐ
গুটিৰ পৰা গজিল গছ
সেইনো গছৰ গুটি কোনেনো স্ৰজিলে
কোনেনো ৰাখিলে সঁচ?

দেহৰে ভিতৰত আছে সকলোটি কোনেনো ফঁহিয়াই চাই
জোন, তৰা, বেলি আছে বায়ু, বৰুণ কোনে তাৰ উবাদিহ পাই,
দেহৰে ভিতৰতে আছে টেঙা, তিতা, কেহা, মিঠা মৌৰ ৰস
সেইনো গছৰ গুটি কোনেনো স্ৰজিলে কোনেনো ৰাখিলে সঁচ।

অকলে নিৰলে থাকিব নোৱাৰি স্ৰজিলে জগতৰ মায়া
মায়াৰে মাজতে আপোনাক লুকালে কোনে পাই তোমাৰে কায়া,
বিন্দুতে সিন্ধু বিৰাজে মনাই ঐ ৰসতে ৰসৰে ৰস
সেইনো গছৰ গুটি কোনেনো স্ৰজিলে কোনেনো ৰাখিলে সঁচ। ❑

দেহা দেহা মাটিৰ দেহা
মন অশৰীৰী
দেহাৰ মাজে বহি আছে
সৃষ্টি, স্থিতি ধাৰী .... মনাই.....
সৃষ্টি, স্থিতি ধাৰী

আত্মা বোলে অবিনাশী
দেহৰ বিনাশ কিয় ?
ভগৱানে সৃজিছিলে চাৰি মুঠি জীৱ... মনাই
চাৰি মুঠি জীৱ

দেহাৰ মাজত কৌটি কৌটি
নক্ষত্ৰৰ স্থান ...
গ্ৰহ সবো থাকে তাতে
কোনো নহয় আন... মনাই
কোনো নহয় আন

মন আত্মা সবে মিলি
আমি দেহাধাৰী
পৰমাত্মাক চিনি পালে
ঈশ্বৰ হ'ব পাৰি .... মনাই
ঈশ্বৰ হ'ব পাৰি। □

জীৱন জীৱন সুন্দৰ জীৱন মাথোঁ মায়াজাল
জীৱনে মৰণে বান্ধি আছে মহাকাল

শৈশৱ, কৈশোৰ, যৌৱনৰ কি যে সঞ্জীৱনী
বৃদ্ধকালে প্ৰজ্ঞা আহে, সেয়েহে জুৰণি
মাটিৰ জীৱন মাটিতেই মিলি গুচিব জঞ্জাল
জীঁৱনে মৰণে বান্ধি আছে মহাকাল

অনন্ত নক্ষত্ৰ গণ দেহাৰ মধ্যে আছে
গ্ৰহ গণ স্বাৰ্থ লৈয়া ফুৰে পাছে পাছে
কুৰুক্ষেত্ৰৰ কৌৰৱ-পাণ্ডৱ দেহাৰ দুটি ফাল
সৃষ্টি কৰি কৃষ্ণ গোসাঁই লগালে জঞ্জাল

ইন্দ্ৰিয়ৰ দোষে কৌৰৱ ৰসাতলে গ'ল
পাণ্ডৱে ইন্দ্ৰিয় দমি সৰ্বপ্ৰিয় হ'ল
যোগী সবে যোগ বলে, বোলে এয়ে ভাল
জীৱনে মৰণে বান্ধি আছে মহাকাল। ❑

এতিয়া জীৱন নিৰ্বাক নিষ্পন্দ
যেন এটি এৰা সুঁতি
এই জীৱনৰে আছিল এদিন
উখল-মাখল গতি।

সময়ে সাৱটি ল'লে সৰু বৰ বহুতো জীৱন
মুকুতাৰ মণি যেন মূল্যাতীত এটি এটি ক্ষণ
পাৰ হ'ল বহু জন পাৰ হ'ল বহুক্ষণ
সময়ৰ বলুকাতে জ্ঞানগৰ্ভী সৃজনাতে
খোজে থৈ বহুজন বৈ গ'ল মানস পটত
সময়ৰ বলুকাতে পোহৰ পোহাৰে মেলি
অজৰ অমৰ হ'ল
জীৱনৰ খৰস্ৰোতা নদীৰ ঘাটত।

ৰজাৰ গুপ্তচৰে দশোদিশে ভ্ৰমি
নাপালে গদাৰে সন্‌ধান (সন্ধান)
ল'ৰা ৰজাই বোলে জয়া কুঁৱৰীকে
ধৰি ৰাজসভালৈ আন.....

আকাশে কান্দিলে বতাহে কান্দিলে
কান্দিলে প্ৰজাৰে হিয়া
নিৰীহ প্ৰজাগণে ৰজাক শাৱে দিলে
সতীত্বই দহিলে হিয়া
অসমীৰ বোৱাৰী জয়া আই কুঁৱৰী
গদাপাণিৰ প্ৰাণৰ প্ৰাণ
ল'ৰা ৰজাই বোলে .... ৰাজসভালৈ আন

গদা নামি আহি পাহাৰৰে পৰা
জয়াকে অনুৰোধ কৰে
"মোৰ শপত জয়া সৈ কাঢ়ি দিয়া
আৰু মোৰ নসহে প্ৰাণে"
"স্বামীৰ হৈ জীৱন দিম, দেশৰ হৈ জীৱন দিম
ৰাখিম জননীৰে মান"
ল'ৰা ৰজাই বোলে.... আন.....।। ❑

জয়াৰ তেজেৰে জেৰেঙা ৰঙা হ'ল
তেজেৰে ৰাঙলী হিয়া
নিষ্ঠুৰ ল'ৰা ৰজা খিতাপি লুভীয়া
কতনা যাতনা দিয়া

জয়াৰে কথাতে লাগি গদাপাণি
নগা পাহাৰলৈ গ'ল
জেৰেঙা পথাৰত জয়া অচল-অটল
কিনো নহ'বৰে হ'ল

নিষ্ঠুৰ ল'ৰা ৰজাই শাস্তি বিহিলে
জেৰেঙাৰ মাজতে বান্ধি
চোৰাতে কোবালে কেঁচা তেজ বোৱালে
গদাক ধৰিবলৈ পাণ্ডি

চমতাৰ কোবতে বিষে জৰাজৰ
গাৰ কেঁচা মঙহ খহে
ঘৰত লাই-লেচাইয়ে ইনাই-বিনাই কান্দি
তবৰবীক আমনি কৰে।। ❑

(নিচুকনি গীত)

আমাৰে দেউতা কেতিয়া আহিব
কোৱাঁ তৰেৰবী বাই
আমাৰে আইতা ক'ত্তে আছে বাক
আমিও আহোঁগে চাই....

এতিয়াই আহিব দেউতা আইতা
নালাগে আহিব চাই
দেউতাই আনিব নাহৰ ফুটুকী বাঘ
নগা পাহাৰতে পায়....
আমাৰে দেউতা ........ চাই

এতিয়াই আহিব দেউতা আইতা
ফুলনিত ফুলিব ফুল
আমাৰ লাই লেচাইয়ে উমলি ফুৰিব
ৰজাৰো ভাঙিব ভুল
আমাৰে দেউতা ........... চাই

ডাঙৰ হৈ লাই লেচাই অসমৰজা হ'ব
উঠিব দঁতাল হেন হাতীত
হেংদাং হাতত লৈ শত্তৰু নাশিব
শুব মিনাকৰা পাটীত
আমাৰে দেউতা........... চাই

গোলাপ হালে জালে আবেলি বতাহে
তগৰ হালে জালে পাতে
আমাৰ লাই লেচাই এ হালিছে জালিছে
কালি দুপৰৰে ভাতে.........।। ❑

কনকলতা তুমি কনকলতা
অসম শ্বহীদ তুমি বীৰাঙ্গনা
স্বদেশ-স্বজাতিৰ মুকুতি বিচাৰি
নিজৰ জীৱন তুমি উচৰ্গিলা

সেয়া আছিল উনৈছশ বিয়াল্লিছ চন
শত শত জনতাই কৰিছিল পণ
'বিদেশী খেদাই আমি স্বদেশ ৰাখিম'
দেশলৈ পুনৰাই শান্তি আনিম'
জনতাৰ শোভাযাত্ৰা সমুখ শুৱাই
ত্ৰিৰঙ্গ পতাকালৈ গ'লা আগুৱাই
শব্দ হ'ল বন্দুকৰ গুৰুম্ গুৰুম্
'তথাপি বাঢ়িম আগ মৰিলে মৰিম।'

বন্দুকৰ গুলি তুমি বুকু পাতি ল'লা
অমৰ খ্যিাতি গাঁথা চানেকি ৰাখিলা
কনকলতা তুমি কনকলতা
অসম শ্বহীদ তুমি বীৰাঙ্গনা। ❑

উচ্চ জ্ঞান উচ্চ শিক্ষার কোনো অর্থ নাই
সমাজের বাবে যদি লাগোবো নাযায় ।

ওলাই আহাঁ আমাৰ দেশৰ নৰ-নাৰী গণ
লিখা-পঢ়া শিকি বুজি পোহৰ কৰা মন,
লিখা-পঢ়া নাজানিলে জীৱন কামত নাহে
অজ্ঞানী অধৰমী বুলি সকলোৱে হাঁহে
হেন জানি সকলোৱে এৰি আন কাম
লিখা-পঢ়া শিকি বুজি পোহৰ কৰা মন।

লাজ-ভাব আঁতৰাই লৈ স্কুললৈ ব'লা
ফলি পুথি হাতত লৈ নিজৰ জীৱন গঢ়া
তোমাকে দেখিয়ে ওলাই আহিব দহজন
লিখা-পঢ়া শিকি বুজি পোহৰ কৰা মন।

নিজৰ জীৱন জাতিৰ জীৱন, নিশ্চয়ে বুজিবা
লিখা-শিকি পঢ়া বুজি দেশকো গঢ়িবা,
বয়স উকলিল বুলি হেলা নকৰিবা,
জ্ঞান লভিবলে পাছে বয়সৰ নাই সীমা।
জ্ঞানেই আমাৰ পৰম পিতা জ্ঞানেই পৰম ধন
লিখা-পঢ়া শিকি বুজি পোহৰ কৰা মন। ❑

মোৰ সেউজী দেশৰ মানুহ
আহাঁচোন আগবাঢ়ি
লিখা-পঢ়া শিকি চেনেহ প্ৰীতিৰে
দেশখনি লোৱা গঢ়ি
মোৰ শুৱনি দেশৰ মানুহ।

জ্ঞানৰ আলোকক আদৰিবলৈ
আখৰ শিকি লোৱা পাছে
ধৈৰ্য, একতা মহানুভৱতা
ইয়াৰ বুকুতে আছে
নিৰক্ষৰতাক দূৰ কৰোঁ সৰে
অক্ষৰক-প্ৰাণেৰে সাবটি
লিখা-পঢ়া শিকি চেনেহ প্ৰীতিৰে
দেশখন লোৱা গঢ়ি।
মোৰ চেনেহী দেশৰ মানুহ ....

ভয় নকৰিবা শতৰু নাশিম
পোহৰৰ জ্বলিব জুই
মনৰ আন্ধাৰো থিতাতে লুকাব
এলাহ পৰিব শুই
ঐক্য সংহতিৰ মন্ত্ৰ উচ্চাৰি
যোৱা আগুৱাই যোৱা
লিখা-পঢ়া শিকি চেনেহ প্ৰীতিৰে
দেশখন গঢ়ি লোৱা
মোৰ চেনেহী দেশৰ মানুহ ....। ❑

আমি নতুন যুগৰ নব যাত্ৰী
বিশ্বই আমাৰ ঘৰ
বিদ্যা মন্দিৰত নাই কোনো ভেদ পৰ
নাই কোনো সন্ধ-বৰ।

আমাক লাগে আজি পুৰণি পৃথিবীক
নিতে নৱৰূপ ল'বলৈ
নতুন প্ৰভাতৰ আলোকেৰে
জীৱনক জিলিকাই তুলিবলৈ........

শান্তি আমাক লাগে
শান্তি আমাক লাগে
শক্তি আমাক লাগে
সমৃদ্ধি আমাক লাগে
ব্যক্তি সমাজ আজি নিৰ্বিশেষে
মহীয়ান গৰীয়ান কৰিবলৈ
নিতে নব নব ৰূপ দিবলৈ।

কথা ঃ হে মোৰ স্বদেশৰ জন-গণ, আহাঁ ওলাই আহাঁ
স্বদেশৰ ধুনীয়া মাটি শিৰত লগাই লৈ আমি
শিক্ষাৰ পোহৰ ল'বলৈ একেলগে আগবাঢ়ি যাওঁ

আহাঁচোন আগবাঢ়ি
আহাঁচোন আগবাঢ়ি
হাতে হাতে ধৰি আমি
যাওঁ আজি আগবাঢ়ি
সজ্ঞান বস্তিৰে তোলোঁ পথ পোহৰাই
আমি নিৰ্ভীক সচেতন শিক্ষামুখী যাত্ৰী
অসীম একক আমি নাই ভিন পৰ
বিশ্বই আমাৰ ঘৰ
বিশ্বই আমাৰ ঘৰ
বিশ্বই আমাৰ ঘৰ। ❑

কোনেনো সৃজিলে আমাৰ ফুলনি
কোনেনো ফুলালে ফুল
কোনেনো সিঁচিলে অমৃতৰ কন্যা
শিক্ষাইহে আদিমূল।

শিক্ষাৰ বিহনে দুখৰে সাগৰত
আজি পাই আছোঁ আমি
আমি অনাখৰী মাতো কাবৌ কৰি
তোলা হাতে ধৰি তুলি
নাজানি নুবুজি সকতে নপঢ়ি কৰিলোঁ কিনো যে ভুল
কোনেনো সিঁচিলে অমৃতৰে কণা
শিক্ষাইহে মূল মোৰ গুৰু বৈ শিক্ষাইহে আদিমূল।
প্ৰতি পদে পদে উজুটি খাইছোঁ
আন্ধাৰহে দেখিছোঁ আমি
পাওঁ প্ৰতাৰণা কতনা যাতনা
হিয়াতো জ্বলে অগনি
ধন ধাৰে কৰি টিপ চহী মাৰি
জীয়াতু যাতনা পালোঁ
বাপতি সাহোন মোৰ মাটি কিড়বাত
সুতত বন্ধত দিলোঁ
নিয়া হাতে ধৰি আমি অনাখৰী
হেৰাব খুজিছে ফুল
কলি-পুথি ধৰি যাওঁ আগবাঢ়ি
শিক্ষাইহে আদিমূল মোৰ গুৰু বৈ। ☐

*(সংগীত সম্ৰাট ড° ভূপেন হাজৰিকাদেৱে কণ্ঠদান কৰিছিল)*

ওলাই আহাঁ ওলাই আহাঁ ডেকা-গাভৰুৰ দল
সাক্ষৰতা অভিযান আমি সফল কৰিবৰ হ'ল।
সমুখৰ ফালে হাত আগুৱাই শিক্ষাৰ পোহৰেৰে
আনক মৰ্যাদা দিবলৈ শিকোঁ শিক্ষাৰ পোহৰেৰে
দৃষ্টিত আমাৰ আলোক নামক সৃষ্টিত ফুলক ফুল
স্বাক্ষৰতাৰ অভিযান আমি সফল কৰিবৰ হ'ল
ফলি-পুথি লৈ আখৰ শিকি প্ৰথমে বহাওঁ মন
মনৰ পথাৰ শ্যামলী কৰোঁ শিক্ষাৰ বীজ ৰোপণ
শ্যামলী আমাৰ শিক্ষাৰ পথাৰ শস্য-সম্ভৰা হ'ব
পলকতে সেই সোণালী শস্যই হালি জালি আদৰিব
এই পথাৰডৰা অতিকে বহল জ্ঞানেই ইয়াৰ ফল
স্বাক্ষৰতাৰ খতিয়ান আমি সফল কৰিবৰ হ'ল
যিদৰে আমি পথাৰৰ পৰা লখিমী আদৰি আনো
সিদৰেই আমি শিক্ষা আদৰো নকৰোঁ এলাহ অকণো
নগৰ-চহৰ গাঁৱৰ পথেদি আগবাঢ়ি আমি যাওঁ
চাহৰ বাগিচা তেলৰ খাদত বন্ধু কতনো পাওঁ
সকলোৰে আমি এক মুঠে দেশ গঢ়িবৰ হ'ল
সাক্ষৰতাৰ অভিযান আমি সফল কৰিবৰ হ'ল। ❑

অ, আ, ক, খ শিকা ভাই, পঢ়া ঘৰে ঘৰে
জ্ঞানৰ বন্তি জ্বলাই লোৱা অন্তৰে অন্তৰে
কুৰ্চ্চুট কপট, হিংসা খেয়াল আঁতৰাই থোৱা
জ্ঞান-বন্তিৰ আলোকৰে অন্তৰ পোহৰোৱাঁ।

বিদ্যাৰ পোহৰ পৰম পোহৰ বিদ্যাৰ সমান নাই
ধন দৌলত সবে মিছা, বৃথা জীৱন যায়
শান্তি, মৈত্ৰী সমভাবে উন্নতি সবাৰে
জ্ঞানৰ বন্তি জ্বলাই লোৱা অন্তৰে অন্তৰে
জীৱন জীৱন মানৱ জীৱন মহা মূল্যবান
বিদ্যা শিক্ষা হোৱা সকলোৰে ধ্যান
পঢ়াশালি জ্ঞানৰ থলী সজোৱা শিক্ষাৰে
জ্ঞানৰ বন্তি জ্বলাই লোৱা অন্তৰে অন্তৰে। ❑